# বুকাৰ্ ৱাচিংটন

অনুবাদ :

শ্ৰীবসন্তকুমাৰ বৰুৱা, বি-টি



প্রকাশক :
শ্রীবিচিত্রনাৰায়ণ দত্ত বৰুৱা, বি-এল
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

তৃতীয় তাঙৰণ : জুলাই, ১৯৬৩



মূল্য : তিনি টকা

মুদ্ৰক :
শ্রীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# নিগ্ৰো কৰ্ম্মবীৰ

# বুকাৰ্ ৱাচিংটন

## প্ৰথম অধ্যায়

### গোলামপটীৰ অৱস্থা

মই এটা কিনা গোলাম—জাতত নিগ্ৰো। ভাৰ্জিনিয়া প্ৰদেশৰ ফ্ৰেংকলিন জিলাৰ কোনো এখন খেতত মোৰ জন্ম হয়। কেতিয়া আৰু কোন ঠাইত মই জন্মিছিলোঁ, মই ঠাৱৰকৈ কব নোৱাৰোঁ। শুনিছোঁ, কোনো এটা ডাকঘৰৰ ওচৰতে মোৰ জন্ম। সেই বছৰটো বোধ কৰোঁ ১৮৫৮ কি ১৮৫৯ চন। নিচেই লৰাকালৰ কথা-বতৰাৰ ভিতৰত কেৱল, গোলামপটীৰ সৰু সৰু ঘৰ আৰু মেজৰ কামবোৰৰ কথাই মনত পৰে। সেই সৰু সৰু ঘৰবোৰতে মোৰ ভাতিভাই-সকলে তেওঁলোকৰ দাসত্ব-জীৱন কটাইছিল।

অতি ঘিণলগা অৱস্থা, দুখ আৰু নিৰাশাৰ মাজতে মোৰ জীৱন আৰম্ভ হৈছিল। মোৰ এনে দুৰৱস্থাৰ কাৰণে মোৰ গৰাকীসকলৰ গাত অকণো দোষ নাছিল। কিয়নো আন আন গৰাকীসকলৰ

তুলনাত মোৰ গৰাকীসকল মৰমিয়াল হে আছিল। তথাপিও আন-বোৰ কিনা দাসৰ যি দশা, মোৰো সেই দশাই আছিল।

গোলামপটীৰ ঘৰবোৰ কাঠৰ—দীঘে দহ হাত, পথালিয়ে ৯ হাত। এনে এটা কুঠৰীতে মই, মোৰ আই, এটী ভাই আৰু এজনী ভনীয়ে আমাৰ দাসত্ব-জীৱন কটাইছিলোঁহক। যুক্তৰাজ্যৰ গৃহকন্দলৰ পিচত যেতিয়া নিগ্রো-স্বাধীনতা ঘোষণা কৰা হয়, তেতিয়াৰ পৰাহে এই গোলামপটী এৰিছোঁ।

মই মোৰ উপৰি-পুৰুষৰ কথা একো নাজানো বুলিব লাগে। আমাৰ গোলামপটীৰ মানুহে যি কোৱা-মেলা কৰে তাৰে পৰাই যি অলপ শুনিছোঁ। আমি হেনো অতীজৰ আফ্রিকাৰ মানুহ। আফ্রিকাৰ পৰা আমেৰিকালৈ চালান দিওঁতে বাটত জাহাজত আমাৰ উপৰি-পুৰুষ সকলক গৰাকীসকলে বৰ কষ্ট দিছিল। আমাৰ জাতীয় বুৰঞ্জী-বিষয়ে কেৱল ইমানকেহে জনা যায়।

মই মোৰ বোপাইৰ বিষয়েও একো নেজানো। বোধ কৰোঁ তেওঁ এজন য়ুৰোপীয় বগা চামৰাৰ মানুহ—ওচৰৰে কোনো খেতৰ মেনেজাৰ কি এচিষ্টেণ্ট মেনেজাৰ আছিল। মই তেওঁক দেখা নাই, আন কি তেওঁৰ নামকে শুনা নাই। তেৱোঁ মোক মানুহ কৰিবৰ নিমিত্তে অকণো যত্ন কৰা নাই। এনে ধৰণৰ পিতা বা জন্মদাতা সেই গোলামী যুগত আমেৰিকাৰ য়ুৰোপীয় সমাজত বহুত আছিল। তেওঁ আইক এৰি দিয়াত, বোধ কৰোঁ, আন এজনে কিনি আনিলে। তেতিয়াৰ পৰা তেওঁ আমাৰ অভিভাৱক :

আমি থকা ঘৰটোত গোলামপটীৰ মানুহ-বিলাকৰ ভাত-ৰন্ধা ঘৰ আছিল। আয়েই সকলো মানুহলৈ ভাত ৰান্ধিছিল। আমাৰ ঘৰটো অতি লেতেৰা আৰু অস্বাস্থ্যকৰ আছিল—ভিতৰলৈ পোহৰ আৰু বতাহ নোসোমায়। বেৰৰ জলঙাইদি জাৰকালি চেঁচা বতাহ কিন্তু ভালকৈয়ে সোমাইছিল। ইয়াৰ বাহিৰেও সেই মজিয়াত মেকুৰী অহা-যোৱা কৰিবলৈ অসংখ্য বাট আছিল।

মজিয়াত তক্তা-চক্তা একো নাছিল—মাটিৰ ওপৰতেই সকলো-বোৰ কাম চলিছিল। মজিয়াৰ সোঁমাজতে এটা বৰ ডাঙৰ গাঁত আছিল। সেই গাঁততে জাৰকালি আলু ভৰাই কাঠ এচলাৰে ঢাকি থোৱা হয়। সেই গাঁতৰ কথা মোৰ এতিয়াও বেচ মনত আছে, কিয়নো গাঁতৰ পৰা আলুবোৰ উলিয়াওঁতে সুমুৱাওঁতে দুই এটা আলু মোৰ হাতত পৰিছিল, আৰু সুবিধা বুজি পুৰি লৈ অকলে অকলে মই তাৰ সদ্‌ব্যৱহাৰ কৰিছিলোঁ।

আমাৰ ভাতৰন্ধা সঁজুলীবোৰ তেনেই লেতেৰা আছিল। 'ষ্টোভ' বুলিবলৈ একো নাছিল। মুকলি জুহালতে ৰন্ধা-বঢ়াৰ কাম চলিছিল। সেই কাৰণেই জাৰকালিৰ চেঁচা বতাহ আৰু গৰম কালিৰ জুইৰ তাঁপে আমাক হাৰাশাস্তি কৰিছিল।

মোৰ লৰাকাল আৰু হাজাৰ হাজাৰ গোলামৰ লৰাকালৰ ভিতৰত একো পাৰ্থক্য নাছিল। মোক আৰু মোৰ ভাইভনীহঁতক চাবৰ নিমিত্তে আয়ে দিনত অকণো সময় নেপাইছিল। পুৱাই খেতৰ কাম কৰিবলৈ যোৱাৰ আগতে আৰু গধূলি সকলো কাম-বনৰ পৰা আজৰি হৈহে মাথোন অকণমান সময় উলিয়াব পাৰিছিল। আয়ে মাজ-নিশা আমাক টোপনিৰ পৰা জগাই মাজে মাজে কুকুৰা-পোৱালি পুৰি খুউৱা-কথা এতিয়াও মনত পৰে। তেওঁ সেইবোৰ বস্তু ক'ত পাইছিল 'ক'ব নোৱাৰোঁ। বোধ কৰোঁ, তেওঁ আমাৰ গৰাকীৰ কুকুৰা-গঁৰালৰ পৰাই চুৰকৈ আনিছিল। আপোনাসকলে এই কামক চুৰি বুলিব পাৰে; আৰু আজিকালি ময়ো এনে কামক চুৰিহে বোলোঁ। কিন্তু তেতিয়াৰ দিনত এই কামক মই চুৰি বুলি নাভাৱিছিলোঁ। গোলামী কৰিলে মানুহৰ স্বভাৱ এনে হয়েই—গোলামৰ এইবোৰেই ধৰ্ম্ম।

লৰাকালত মই বিছনাত শোৱাৰ কথা মনত নপৰে। ফটা যোগোলা কানি কিছুমান মাটিত পাৰি লৈ আমি তিনিও কোনোমতে ৰাতিটো কটাওঁ।

আজিকালি বহুতে মোৰ লৰাকালৰ খেলাৰ কথা সোধে। খেলা বা ৰং-ধেমালি কাক বোলে মই তেতিয়া নাজানিছিলোঁৱেই। মোৰ গোটেই জীৱনটো কেৱল কাম কৰোঁতেই গ'ল। লৰা'কালত ৰং-ধেমালি কৰিব পৰাহ'লে, কি জানি এতিয়া বেচি কাম কৰিব পাৰিলোঁহেঁতেন।

গোলামী যুগত মোৰ বয়স তেনেই কম আছিল। গতিকে মই বৰ টান কাম কৰিব নোৱাৰিছিলোঁ। তথাপিও মই বহুত কাম কৰিব লগাত পৰিছিলোঁ। মই চোতাল সাৰিছিলোঁ আৰু খেতত কাম কৰা মানুহক খাবলৈ পানী নি দিছিলোঁ। তাৰ উপৰিও কলত পিঁহিবলৈ শস্য নিয়াৰ পালো সপ্তাহত মোৰ মূৰতে এবাৰকৈ পৰিছিল।

এই কামত মই বৰ দুখ পাইছিলোঁ। খেতৰ পৰা কল-ঘৰ তিনি মাইল দূৰ। এটা ঘোঁৰাৰ পিঠিত শস্যৰ থৈলাটো ওলোমাই দি মই মাজতে বহোঁ। কেতিয়াবা থৈলাটো এফলীয়া হৈ যায় আৰু লগতে ময়ো মাটিত লুটি খাই পৰোঁ। মই অকলে থৈলাটো ঘোঁৰাৰ পিঠিত তুলিব নোৱাৰি বেজাৰ মনেৰে কান্দি কান্দি বহি থাকোঁ। দৈবাৎ কোনোবা মানুহ সেই ৰাটেদি গ'লে, কাকুতি মিনতি কৰি তেওঁৰ সহায়েৰে কোনোমতে থৈলাটো ঘোঁৰাৰ পিঠিত তুলি কল-ঘৰলৈ যাওঁ। তাৰ পৰা শস্য গুৰি কৰাই আনোতে ৰাতি হয়গৈ। হাবিতলীয়া বাটত আন্ধাৰে মুন্ধাৰে ভয় লাগে। সেই হাবিৰ মাজত কাম এৰি অনেক য়ুৰোপীয় চিপাহী থাকে বুলি শুনিছিলোঁ। অকলে পালে সিহঁতে হেনো নিগ্রো লৰাৰ কাণ কাটে। গতিকে সেই বাটেদি অহা যোৱা কৰা মোৰ পক্ষে বৰ টান কাম আছিল। ইয়াৰ উপৰিও খৰ পাওঁতে বেচি ৰাতি হ'লে ঘৰতো চৰ-লাঠিৰ হাত সাৰিব নোৱাৰিছিলোঁ।

গোলামী অৱস্থাত লিখাপঢ়া শিকিবৰ নিমিত্তে মই কেতিয়াও পঢ়াশালিলৈ যোৱা নাছিলোঁ। অৱশ্যে মোৰ গৰাকীসকলৰ লৰা-

ছোৱালীৰ কিতাপ চিলঠ লৈ কেতিয়াবা কেতিয়াবা পঢ়াশালিৰ মুখলৈকে গৈছিলোঁ। বাহিৰৰ পৰাই দেখোঁ, জাকে জাকে ল'ৰা-ছোৱালীবিলাকে তাত লিখা-পঢ়া কৰিব লাগিছে। সেই দৃশ্যই মোৰ মনত এক অপূৰ্ব্ব স্বৰ্গীয় ভাৱৰ সৃষ্টি কৰিছিল। মনতে ভাবোঁ— এয়ে স্বৰ্গ! আমি যে একেবাৰেই কিনা গোলাম, এই কথা মই ভালেমান দিনলৈকে নাজানিছিলোঁ। আমাক স্বাধীন কৰি দিবৰ নিমিত্তে যে দেশ জুৰি আন্দোলন চলিছিল, তাকো বুজিব নোৱাৰিছিলোঁ। এদিন ৰাতিপুৱা দেখোঁ, আয়ে আমাক আগত লৈ ভগবানক প্ৰাৰ্থনা কৰিছে, "হে হৰি! সেনাপতি লিঙ্কনৰ যেন জয় হয়, আমি গোটেই জাতিটোৱে যেন স্বাধীনতা পাওঁ। হে অনাথৰ নাথ! এই পৰাধীন জাতিটোক যেন মুক্ত কৰি দিয়া।"

আমাৰ গোলামপটীত থকা কোনো এটা গোলামেই আখৰ এটাকে চিনি নেপাইছিল। লিখা বা পঢ়া, কিতাপ বা বাতৰি-কাকত আদিৰ ভূ কোনেও নাৰাখিছিল। তথাপিও দেশৰ কথা সকলোৱেই ভালকৈ জানিছিল। যি দিনৰ পৰাই যুক্তৰাজ্যৰ উত্তৰ অঞ্চলৰ গেৰিচন্, লাভজয় আদি নেতাসকলে আমাক স্বাধীন কৰি দিবলৈ আন্দোলন আৰম্ভ কৰে, আচৰিত কথা, সেইদিনৰ পৰাই দক্ষিণ অঞ্চলৰ গোলামপটী বিলাকতো সেই বাতৰি ৰাষ্ট্ৰ হৈ পৰিল। স্বাধীনতা আন্দোলনৰ দৈনিক ঘটনাবোৰ আমাৰ সমাজত প্ৰচাৰ হবলৈ ধৰিলে।

আমাক স্বাধীনতা দিয়াৰ কথা লৈ আমেৰিকাৰ উত্তৰ আৰু দক্ষিণ অঞ্চলৰ মানুহৰ মাজত ঘোৰ যুদ্ধ লাগিবৰ উপক্ৰম হ'ল। আমাক স্বাধীনতা দিবলৈ দক্ষিণ অঞ্চলৰ গৰাকী সকলৰ সমূলি মন নাছিল। শেষত দুয়ো দলৰ মাজত ভয়ানক যুদ্ধ আৰম্ভ হ'ল। এইবিলাক কথা আমাৰ মানুহে অতি সহজেই বুজিব পাৰিছিল।

আমাৰ গোলামপটী ৰেল-আলিৰ পৰা বহুত দূৰ; ওচৰত ডাঙৰ চহৰ এখনো নাই। আমি হঠাৎ বাতৰি পাওঁ যে, উদাৰহৃদয়

লিঙ্কনে যুক্তৰাজ্যৰ সভাপতি হবৰ কাৰণে চেষ্টা কৰিছে। তেওঁ সভাপতি হলেই আমি স্বাধীনতা পাম। ইয়াৰ পিচতেই যুদ্ধ আৰম্ভ হ'ল। আমি জানিলোঁ, এই যুদ্ধৰ ওপৰতে আমাৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। উত্তৰ অঞ্চলৰ মানুহে দক্ষিণ অঞ্চলৰ মানুহক যুদ্ধত ঘটুৱাব পাৰিলেই আমাৰো গোলামী গুচিব। সেই নিমিত্তে হাৰ-জিতৰ বাতৰি পাবলৈ আমাৰ বৰ আগ্ৰহ হৈছিল।

ঈশ্বৰৰ ইচ্ছাত এই যুদ্ধৰ বাতৰি আমি আমাৰ গৰাকী সকলতকৈ আগেয়ে পাইছিলোঁ। কথাটো শুনি অনেকৰ আচৰিত যেন লাগিব পাৰে। আমাৰ গৰাকীসকলৰ পৰনিৰ্ভৰতাত বাজে ইয়াত আন গুপুত ৰহস্য একো নাই। গোলামবিলাকেই সপ্তাহত দুবাৰকৈ ডাকঘৰৰ পৰা ডাক অনা-নিয়া কৰিছিল। সেই সুযোগতে ডাকোৱালে ডাকঘৰৰ ওচৰৰ মানুহৰ পৰা যুদ্ধৰ সকলো বাতৰি বুজি লৈছিল। সেইবাবে গৰাকীসকলে চিঠি-পত্ৰ পঢ়ি খবৰ পোৱাৰ আগেয়েই সকলো কথা গোলামপটীৰ মানুহে জানি উঠিছিল।

আয়ে-ভায়ে মিলি খোৱাৰ কথা মোৰ কেতিয়াও মনত নপৰে। গোলামপটীৰ খোৱা মানে—নাকত এসোপা গোঁজা মাথোঁ। গৰু-ছাগলীয়ে যেনেকৈ য'তে ত'তে চৰি ফুৰে, আমাৰ খোৱাও তদ্ৰূপ। বাটে পথে সুবিধা পালেই যিহকে পাওঁ তিহকে গলিয়াই ফুৰোঁ। গতিকে কাঁটা চামুচ আদিৰ একো ব্যৱহাৰ নাই। মুঠৰ ওপৰত এমুঠি পেট ভৰাই খোৱাৰো ব্যৱস্থা নাছিল।

অলপ বুজন হোৱাতে আমাৰ বৰ চাহাবৰ 'খানা' খোৱা সময়ত বিচনী মৰা কামত নিযুক্ত হলোঁ। এইদৰে কাম কৰি থাকোঁতে গৰাকীৰ পাৰিবাৰিক কথাবাৰ্ত্তাও শুনো; কেতিয়াবা কেতিয়াবা তেওঁলোকৰ মুখত ঘৰুৱা কথাও ওলাই পৰে। স্বাধীনতা-যুদ্ধৰ বিষয়ে তেওঁলোকৰ নিজৰ মতামতো বুজিব পাৰিছিলোঁ। সময়ে সময়ে তেওঁলোকৰ আহাৰ দেখি মোৰো বৰ লোভ লাগিছিল।

মনতে ভাবিছিলোঁ, কেতিয়াবা এনে বস্তু খাবলৈ পালে স্বাধীনতাৰ ফল ধৰিব।

যুদ্ধ চলিবলৈ ধৰিলে। লাহে লাহে আমাৰ শ্বেতাঙ্গ প্ৰভু-সকলৰ খোৱা-বোৱাত বৰ কষ্ট হ'বলৈ ধৰিলে। দূৰৰ পৰা চাহ, কফি আৰু চেনি নাহিলে তেওঁলোকৰ খোৱাই নহৈছিল। কিন্তু যুদ্ধৰ পিচত সেই বোৰ বস্তু পাবলৈ টান হৈ পৰিল। গতিকেই তেওঁলোকৰ দুখৰ সীমা নোহোৱাত পৰিল। কিন্তু আমাৰ গোলামজাতিৰ বিশেষ একো অসুবিধা হোৱা নাছিল। আমাৰ খেতিত যি শস্য হয়, তাৰেই আমাৰ চলে। ইয়াৰ বাহিৰেও আমি গাঁহৰি পুহিছিলোঁ। আমাৰ প্ৰভুসকলৰ দুৰ্গতি দেখি আমি মহা বিমোৰত পৰিছিলোঁ। তেওঁলোকে বাধ্য হৈ কফি নাপাই মুৰি বা চিৰা ভাজি পানীত তিয়াই খাইছিল আৰু চেনিৰ সলনি চাহত মলিয়ন গুৰ দিছিল। অনেক সময়ত আকৌ মলিয়ন গুৰকো পাবলৈ নোহোৱা হৈছিল।

মই জীৱনত প্ৰথমে যিবোৰ জোতা পিন্ধোঁ, সেই জোতা কাঠৰ তৈয়াৰী—আগভাগত অলপ চামৰা আছিল। সেই জোতা পিন্ধিলে ভৰিত বৰ দুখ পায়। কাঠৰ জোতা ভালেই, কিন্তু গোলামী-যুগত আমি যি চোলা পিন্ধিছিলোঁ, তাৰ কথা মনত পৰিলে, এতিয়াও গাৰ নোম শিয়ঁৰি উঠে। দাঁত সৰাবলৈ যিমান কষ্ট, এই চোলা পিন্ধাৰ কষ্টও তাতকৈ বেচি হলেও কম নহয়। ৱেষ্ট-ভাৰ্জিনিয়াৰ গোলাম-পটীত থাকোঁতে, এবিধ খহটা কাপোৰৰ চোলা আমাক পিন্ধিবলৈ দিয়া হৈছিল। নতুনতে এই চোলাবোৰত অলেখ কাঁইট থাকে। ছালত সেই কাঁইটবোৰে বৰকৈ বিন্ধে। মোৰ গাৰ ছাল আনতকৈ কোমল আছিল, গতিকে সেই চোলা পিন্ধি মই বৰ দুখ পাইছিলোঁ। কিন্তু কি কৰিম? সেই চোলা নিপিন্ধিলেই নহয়।

এবাৰ মোৰ ককাইদেউ 'জনে' মোৰ দুখ দেখিব নোৱাৰি মোৰ চোলাটো তেওঁ ৩৩।৩২ দিনমান পিন্ধি কাঁইটবোৰ ভোটা কৰি মোক

পিন্ধিবলৈ দিছিল। ভালেমান দিনলৈকে, গোলামী-যুগত সেই চোলাই মোৰ একমাত্ৰ পোছাক আছিল।

মোৰ দুৰৱস্থাৰ কাহিনী শুনি আপোনালোকে ভাবিব পাৰে যে, দক্ষিণ অঞ্চলৰ গোলামবিলাকে তেওঁলোকৰ গৰাকীসকলক পেটে পেটে বৰ বেয়া পাইছিল। আচল কথা ক'বলৈ গলে, আমি তেনে অসৎ ভাব কেতিয়াও মনত ঠাই দিয়া নাছিলোঁ। আমি জানিছিলোঁ যে, আমাক চিৰকাল গোলাম কৰি ৰাখিবৰ নিমিত্তেই তেওঁলোকে উত্তৰ অঞ্চলৰ মানুহবিলাকৰ লগত যুঁজিছিল। আমাৰ গৰাকীসকল যুঁজত জিকিলে যে, আমি চিৰকাল গোলাম হৈ থাকিব লাগিব, সেই কথাও বেচকৈ জানিছিলোঁ। তথাপিও আমি আমাৰ গৰাকী-সকলৰ প্ৰতি কেতিয়াও শত্ৰুতা ভাব পোষণ কৰা নাছিলোঁ। বৰঞ্চ, সকলো সময়তে তেওঁলোকৰ সুখত সুখী হৈয়ে আছিলোঁ।

যুঁজত আমাৰ গৰাকীৰ এজন ডেকা পুতেক মৰা পৰে আৰু দুজন আহত হয়। এই ঘটনাত আমাৰ গৰাকীৰ পৰিয়ালে যিমান বেজাৰ পাইছিল, গোলামপটীৰ মানুহে তাতকৈ কম বেজাৰ পোৱা নাছিল। আহত হোৱা ল'ৰা দুজনক আমি প্ৰাণপণে শুশ্ৰূষা কৰিছিলোঁ। তেওঁলোকৰ শোৱাপাটীৰ ওচৰত বহি পৰ দি কেইৰাৰাতিও কটাইছিলোঁ। ইয়াৰ উপৰিও যেতিয়া আমাৰ গৰাকীসকল যুদ্ধলৈ যায়—ঘৰত মতা মানুহ কোনো নাথাকে—তেতিয়া আমিয়েই তেওঁলোকৰ ঘৰৰখীয়া হৈ থাকোঁ। তেওঁলোকৰ ল'ৰা-তিৰোতা, ধন-সম্পত্তি আদি ৰক্ষাৰ ভাৰ আমাৰ ওপৰতেই আছিল। নিগ্ৰোজাতিৰ সত্যনিষ্ঠা বিশ্বাসপৰায়ণতাৰ আভাস ইয়াৰ পৰাই কিছু বুজিব পাৰি। কোনো নিগ্ৰোৱেই, কি গোলামী অৱস্থাত, কি মুক্ত অৱস্থাত—কেতিয়াবা বিশ্বাসঘাতকতা কৰাৰ দৃষ্টান্ত পাবলৈ নাই।

আমাৰ জাতিভাইসকলে প্ৰভুসকলৰ প্ৰতি অকল পেটত বেয়া ভাব নাৰাখিয়েই সন্তুষ্ট নাছিল, তেওঁলোকে দুখত পৰা আগৰ

প্ৰভুসকলক সাহায্য কৰিছিল ; কিয়নো মানুহৰ চিৰকাল একেদৰেই নাযায়। যুক্তৰাজ্যৰ গৃহকন্দলৰ পিচত দক্ষিণ অঞ্চলৰ প্ৰভুসকল বৰ কষ্টত পৰিছিল। তেনে কষ্টৰ সময়ত তেওঁলোকক নিগ্ৰোৱে সকলো কামতে সাহায্য কৰিছিল। প্ৰভু সম্প্ৰদায়ৰ বহুত লৰা-ছোৱালীয়ে গোলামজাতিৰ সহায়তে লিখা-পঢ়া শিকি ভাল মানুহ হোৱাৰ কথা মই জানো। এজন তেনে প্ৰভুসন্তান কুচৰিত্ৰৰ দোষত ধাৰত পোত খাইছিল। গোলামইঁতে নিজৰ বেয়া অৱস্থা স্বত্বেও সকলোৱে পইচা তুলি তেওঁক সহায় কৰিছিল। কোনোৱে তেওঁক অলপ কফি, কোনোৱে অলপ মাংস, আৰু কোনোৱে অলপ চেনিকে দিছিল। নিগ্ৰোভাইসকলৰ অনুগ্ৰহৰ ওপৰতে নিৰ্ভৰ কৰি এইজন মানুহ এতিয়াও জীয়াই আছে। পুৰণি প্ৰভুৰ ল'ৰা বা তেওঁৰ কোনো সম্বন্ধীয় ল'ৰা বুলি কৈ যদি কোনো বগা-চামৰাই নিগ্ৰোৰ আগত নিজৰ দুখৰ কথা কয়, তেন্তে মই ডাঠি ক'ব পাৰোঁ, যুক্তৰাজ্যৰ দক্ষিণ অংশত এনে কোনো নিগ্ৰো নাই, যি তেওঁক যথাসাধ্য সাহায্য নকৰিব।

নিগ্ৰোজাতি যে কিমান বিশ্বাসী আৰু প্ৰতিজ্ঞাবদ্ধ তাৰ এটা ভাল উদাহৰণ দিওঁ। ভাৰ্জ্জিনিয়া প্ৰদেশত এটা গোলামে তাৰ গৰাকীৰ ওচৰত গাটো বেচিছিল, অৰ্থাৎ মালিকৰ পথাৰত নেখাটি, সি মুকলিমুৰীয়া হৈ আন ঠাইত খাটি, তাৰ বাবে কিছু ধন বছৰে বছৰে সি গৰাকীক দিবলৈ গাত লৈছিল। সি ধন আৰ্জ্জিবৰ নিমিত্তে অহিৱো ( Ohio ) নগৰত স্বাধীন ভাবে কাম কৰিছিল। বছেৰেকৰ মূৰত ভাৰ্জ্জিনিয়ালৈ গৈ সি মালিকৰ প্ৰাপ্য ফেৰা দি আহিছিল। এনেতে যুদ্ধ লাগিল আৰু তাৰ ফলত, নিগ্ৰোৱে স্বাধীনতা লাভ কৰে আৰু লগে লগে পুৰণি চুক্তি, বন্দোবস্ত সকলো খাৰিজ হয়। গতিকে সেই গোলামেও নিজৰ চুক্তি মতে কাম নকৰাহলেও সি আইনৰ আগত দণ্ডনীয় নহ'লহেঁতেন। কিন্তু আপোনালোকে শুনি আচৰিত হ'ব যে, যিমান দিনলৈকে, সেই গোলামে নিজৰ ধাৰ শোধ কৰিব

নোৱাৰিছিল, তিমান দিনলৈকে, আগৰদৰে ভাৰ্জিনিয়ালৈ গৈ বছৰে বছৰে তাৰ মালিকক ধন দি আহিছিল। শেষত সুদেমূলে গোটেই-খিনি ধন ধাৰ মাৰিহে সি সন্তোষ পাইছিল।

ইয়াৰ পৰাই আপোনালোকে বুবুজিব যে, নিগ্ৰোৱে স্বাধীনতা বেয়া পাইছিল। স্বাধীনতা লাভৰ ইচ্ছা তেওঁলোকৰ অ.তি প্ৰবলেই আছিল। এনে এজন নিগ্ৰো মই লগ নাপালোঁ, যি স্বাধীন নহৈ দাসত্বৰ অৱস্থাত থাকিব খোজে।

দাসত্ব-পাশত আবদ্ধ জাতি মাত্ৰৰেই দুখ দেখি মই মৰ্ম্মে মৰ্ম্মে কষ্ট অনুভৱ কৰোঁ। পৰাধীন জাতিৰ বৰ দুখ। কোনো কাৰণে এবাৰ এটা জাতি পৰাধীন হলেই, সেই জাতিয়ে হঠাৎ উদ্গতি কৰিব নোৱাৰে। তেওঁলোকৰ সমাজ, তেওঁলোকৰ পা.ৰিবাৰিক জীৱন—এই সকলো বোৰতেই পৰাধীন ভাব জড়িত হয়। আন কি ভাত-কাপোৰ মোকলোৱা উপায়বিলাকো দাসত্বৰ সৰ্ব্বমুখী প্ৰভাৱত অসাৰ হৈ পৰে। আন কি সাধাৰণ চলন-ফুৰণৰ কামতো এই দাসত্বৰ হাত সাৰিব নোৱাৰি। গতিকেই পৰাধীন জাতিয়ে সোনকালে কেতিয়াও স্বাধীনতা লাভ কৰিব নোৱাৰে। এই কাৰণেই মই আমাৰ গৰাকীসকলৰ প্ৰতি কোনো শত্ৰুতা ভাব পোষণ কৰা নাই।

দাসত্ব প্ৰথা বাদ দি যুক্তৰাজ্যৰ কোনো কামেই নচলে। এই ৰাজ্যৰ কৃষি, বাণিজ্য, সমাজ, ধৰ্ম্ম—এই সকলোবোৰ দাসত্বৰ ওপৰতে প্ৰতিষ্ঠিত! সঁচা কথা কবলৈ গ'লে, গোলামী কৰাৰ বাবে নিগ্ৰোজাতিৰ যথেষ্ট উপকাৰ সাধিত হৈছে। দাসত্বৰ পৰা আমি অতি উচ্চ শিক্ষা লাভ কৰিছোঁহুক। ইয়াৰ পৰাই আমাৰ কৰ্ম্মপটুতা বাঢ়িছে, আমি চিন্তাশীল হৈছোঁ! কৃষি আৰু শিল্প-বিদ্যাত আমাৰ 'হাতে কামে' শিক্ষা লাভ হৈছে; আমালোকৰ নৈতিক চৰিত্ৰও গঠন হৈছে—ধৰ্ম্মভাব জাগিছে।

সেইবুলি মই দাসত্ব-প্ৰথাক কেতিয়াও ভাল বোলা নাই।

এই পৃথিবীৰ গোলামীৰ আৱশ্যকতাও স্বীকাৰ নকৰোঁ। আমাৰ গৰাকীসকলে ধৰ্মভাবত অনুপ্ৰাণিত হৈ আমাক দাসত্ব-শিকলিৰে বন্ধা নাছিল; তেওঁলোকে নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণেই হে আমাক গোলাম কৰি ৰাখিছিল। গোলামী অৱস্থাত তেওঁলোকে আমাক মানুহ কৰিবলৈ কোনো কালেই চেষ্টা কৰা নাছিল।

ঈশ্বৰে যি কৰে ভালেই কৰে। ভগবানৰ অপাৰ করুণাত আমাৰ অজ্ঞাতসাৰে এই পৃথিবীত কিমান অসম্ভৱ কাৰ্য্য সম্ভৱ হৈছে, তাৰ লেখজোখ নাই। আজিকালি বহুতে মোক সোধে, "নিগ্ৰোজাতিৰ ইমান অৱনতি স্বত্বেও তেওঁলোকৰ ভবিষ্যত সুন্দৰ বুলি আপুনি কেনেকৈ আশা কৰে?" ইয়াৰ উত্তৰত মই মাথোঁ কৈ থওঁ, যে ঈশ্বৰত মোৰ বৰ বিশ্বাস। যিজনৰ কৃপাত আমি নানা বিপদৰ মাজেদিও ইমানখিনি উধাৰ পাৰিছোঁ, তেওঁৰ কৃপাতেই নিগ্ৰোজাতিৰ আৰু উন্নতি হ'ব। গোলামীৰ ফলত আমাৰ অৱশ্যে অপকাৰো বহুত হৈছিল। কিন্তু মই চাওঁতে আমাৰ প্ৰভুসকলৰহে বেচি অপকাৰ হৈছে। নিজে শাৰীৰিক পৰিশ্ৰম কৰাটো তেওঁলোকে বৰ লাজৰ কথা বুলি ভাবিছিল। তেওঁলোকে লাহে লাহে আত্মনিৰ্ভৰতা হেৰুৱালে। তেওঁলোকৰ লৰা-ছোৱালী-বিলাকক একো অৰ্থকৰী বিদ্যা শিক্ষা দিয়া নহ'ল। ছোৱালীহঁতে বন্ধা-বঢ়া, কাপোৰ বোৱা, কাপোৰ সিয়া, ঘৰ চলোৱা আদি কাম শিকা নাছিল—সকলো গোলামহঁতেই কৰে। কিন্তু লোকৰ কামত সিহঁতৰ স্বাৰ্থ কিমান কেৰা? কোনোমতে কামটো কৰিব পাৰিলেই হ'ল। বুদ্ধি খটাই কোনো কাম তেওঁলোকে সুচাৰু ৰকমে নকৰে; সেই কাৰণেই গৰাকীৰ ঘৰুৱা কাম-কাজবোৰত একো শৃঙ্খলা নাছিল। ঘৰ-দুৱাৰ পৰিষ্কাৰ হৈ নাথাকে, জেওৰা ভাগি-ছিগি যায়, তাক চাওঁতা নাই; খিৰিকীৰ আইনা এৰাই যায়, তাক লগোৱা নহয়। খোৱা-বোৱাতো তেওঁলোকৰ সুখ নাই—কোনো দিন জলাই বেচি হয়, কোনো দিনা লোণ কম হয় আৰু কেতিয়াবা

মগুহেই কেঁচাই থাকে। অথচ পইচাও কম খৰচ নহয়। মুঠৰ ওপৰত ক'বলৈ গ'লে, তেওঁলোকৰ ঘৰৰ পৰা লক্ষ্মীয়ে বিদায় ল'লে।

স্বাধীনতা লাভ কৰিলত, গোলামহঁতে নতুন জীৱন আৰম্ভ কৰিবলৈ একো টান নেপালে। গোলামী-অৱস্থাত থাকোঁতেই তেওঁলোকে এটা নহয় এটা অৰ্থকৰী বিদ্যা শিকিছিল। দুখ কৰি খোৱাটো তেওঁলোকে লাজৰ কথা বুলি নেভাবিছিল। তেওঁলোক পিছ-পৰা কেৱল কিতাপৰ বিদ্যাত হে। কিন্তু আমাৰ গৰাকীসকলে আৰু তেওঁলোকৰ লৰা-ছোৱালীবিলাকে কোনো অৰ্থকৰী বিদ্যাকে নেজানিছিল।

চাওঁতে চাওঁতে যুদ্ধ শেষ হ'লহি ; আমাৰ মুক্তিৰ দিন আহিল। গোলামপটীত আনন্দৰ সীমা নাই। যুঁজৰ গতি দেখি আমি স্বাধীনতা পাম বুলি আগেয়েই জানিছিলোঁ। দক্ষিণ অঞ্চলৰ প্ৰভু-সকল যুঁজত হাৰি উভতিবলৈ ধৰিলে। ইয়াঙ্কী সেনাবোৰে আক্ৰমণ কৰিব বুলি ভাবি প্ৰভুসকলে তেওঁলোকৰ টকাকড়ি-অলঙ্কাৰ আদি বহুমূলীয়া বস্তুবোৰ মাটিত পুতি থবলৈ ধৰিলে। সেই ধনৰ ৰখীয়াও আমাকে পাতিলে। ইয়াঙ্কী সেনাবিলাকক আমি খাবলৈ আৰু থাকিবলৈ দিছিলোঁ, কিন্তু আমাৰ গৰাকীসকলে বিশ্বাস কৰি ৰাখি থোৱা বস্তুবোৰ সিহঁতক দেখুৱাই দিয়া নাছিলোঁ।

দিন যিমানেই ওচৰ চাপি আহিল, সিমানেই গোলামপটীত গানৰ কোৰ চৰিল। গানবোৰত স্বাধীনতাৰ কথা আছিল। আগেয়েও আমি সেই গানকে গাইছিলোঁ। কিন্তু, 'স্বাধীনতা' মানে পাৰত্ৰিক স্বাধীনতাহে বুজিছিলোঁ। এতিয়া হলে 'স্বাধীনতা'ৰ অৰ্থ, ইহজগতৰে স্বাধীনতা বুলি কবলৈ ভয় নকৰা হলোঁ।

সেই মহানন্দৰ আগদিনা বাতৰি পালোঁ যে, পিচদিনা ৰাতিপুৱা ঘৰ-বঙলাৰ ওচৰত এখন বিশেষ সভা হব। সেই দিনা ৰাতি আমাৰ টোপনি নাহিল। পাচদিনা পুৱা আমি সকলোটি গৰাকীৰ ঘৰৰ আগত গোট খালোঁগৈ। প্ৰভু-পৰিয়ালৰ সকলোটি বাহিৰত

থিয়াথিয়ৈক আছিল। তেওঁলোকৰ মুখত অলপ বেজাৰৰ চিন দেখা গৈছিল। মোৰ মনে ধৰিলে যেন, তেওঁলোকে আৰ্থিক ক্ষতিৰ কাৰণে বেজাৰ পোৱা নাছিল। বৰং ইমান দিন লগে-ভাগে থকা মানুহবিলাকক বিদায় দিব লগাত হে কষ্ট পাইছিল। তেওঁলোকৰ লগতে আৰু এজন নতুন মানুহ দেখা পালোঁ। বোধ হয়, তেওঁ যুক্তৰাজ্যৰ কোনোবা এজন কৰ্ম্মচাৰী। তেওঁ এটি চুটি বক্তৃতা দিলে আৰু কাগজ এখনৰ পৰা স্বাধীনতাৰ ঘোষণা শুনালে। তাত লিখা আছিল যে, আমি স্বাধীন হৈছোঁ, য'লৈকে ইচ্ছা, ত'লৈকে যাব পাৰোঁ। মোৰ আই ওচৰত থিয় হৈ আছিল—তেওঁৰ চকুৰ পৰা আনন্দৰ চকুৰ পানী বৈ গ'ল। তেওঁ আমাক সকলো কথা ভাঙি ক'লে। কিছুপৰৰ কাৰণে/সকলো আনন্দত অধীৰ হ'ল। কিন্তু গৰাকীসকলৰ প্ৰতি বিদ্বেষ ভাব কাৰো দেখা নগল।

স্বাধীনতা পোৱা নিগ্ৰোবিলাকৰ আনন্দ বেচি পৰ নাথাকিল। উভতি আহি ঘৰ পালত তেওঁলোকৰ মনত পৰিবৰ্ত্তন দেখা গ'ল। স্বাধীনতা দায়িত্বৰ গধুৰ বোজাই তেওঁলোকৰ মনক চেপি ধৰিলে। স্বাধীনভাবে থাকিবৰ হ'লে, তেওঁলোকে নিজেই সকলো কাম কৰি ল'ব লাগিব। স্বাধীন ভাবে চলাফিৰা কৰি কপালৰ ঘাম মাটিত পেলাই খোৱা-লোৱা আৰু ঘৰ-গৃহস্থালিৰ সংস্থান নিজেই কৰিব লগীয়া হ'ল। এই দায়িত্ব কম দায়িত্ব নহয়। এই স্বাধীনতা অনুগ্ৰহ নে নিগ্ৰহ তাক ভুক্তভোগীৰ বাহিৰে আন কোনে বুজিব ?

গোটেই এঙ্গলো-চ্যকচন জাতিয়ে হাজাৰ বছৰেও যিবোৰ সমস্যাৰ মীমাংসা একো কৰিব পৰা নাছিল, আজি নিগ্ৰ'জাতিৰ ওপৰত সেই সমস্যাৰ সমাধান কৰাৰ বোজা হঠাৎ চাপ খাই পৰিল। গতিকে চাওঁতে চাওঁতেই আনন্দৰ লগে লগে নিগ্ৰোমহলত আকৌ বিষাদ আৰু নিৰাশৰ ছাঁ পৰিল।

অনেক নিগ্ৰোৰ বয়স সেই সময়ত ৭০।৮০ বছৰ। গোলামি

কৰিয়েই তেওঁলোকে হাড় পকাইছে। নতুনকৈ জীৱন আৰম্ভ কৰিবৰ শক্তি তেওঁলোকৰ নাই। তদুপৰি ইমান দিন গৰাকীৰ সেৱা কৰি তেওঁলোকে একেবাৰেই প্ৰভুসকলৰ অনুৰক্ত হৈ পৰিছিল। গৰাকী-সকলৰ লগত তেওঁলোকৰ বান্ধোন্ বৰ টান বান্ধোন। যাৰ লগত থাকি সুখ বা দুখৰ ভাগ লৈ আধা শতাব্দী কটাইছে, তেওঁলোকৰ মায়া গোলামহঁতে এৰে কেনেকৈ? হৃদয়ৰ এনে সম্বন্ধ ছিঙি পেলোৱা কি একেদিনেই সম্ভব?

---

## দ্বিতীয় অধ্যায়

### মোৰ ল'ৰাকাল

স্বাধীনতা পোৱাৰ পিচতে দক্ষিণ অঞ্চলৰ গোলামবিলাকে তেওঁ-লোকৰ কৰ্ত্তব্য ঠিক কৰাত উঠি পৰি লাগিল। প্ৰথমেই তেওঁলোকে তেওঁলোকৰ নামবোৰ সলোৱা উচিত বুলি বিবেচনা কৰিলে। দ্বিতীয়তে, গোলামপটীৰ পৰা ওলাই কিছু দিন বাহিৰত থকাটোৱেই সকলোৱে ভাল বুলি ভাবিলে। কিয়নো বাহিৰলৈ ওলাব পাৰিলেই তেওঁলোকে সঁচাকৈয়ে স্বাধীনতা পাইছে নে নাই বুজিব পাৰিব।

গোলামি-যুগত গোলামবিলাকৰ নামবোৰো গোলামিসূচক আছিল। এটা শব্দৰেই নামবোৰ হৈছিল, যেনে :—'জন', 'সুচান' ইত্যাদি। এই নামবোৰৰ আগত বা পাচত পদবী বা ব্যৱসায় আদি বুজোৱা কোনো শব্দ লগোৱা নহৈছিল। এতিয়া সকলোৱেই নিজ নিজ নামৰ পৰা গৰাকীৰ নামবোৰ তুলি দিলে আৰু তাৰ সলনি কোনোৱে 'জন, এচ, লিঙ্কন', কোনোৱে 'জন, এচ, শাৰ্ম্মাণ' আদি নামবোৰ ল'বলৈ ধৰিলে। অৱশ্যে মাজৰ 'এচ' শব্দটোৰ একো অৰ্থ নাছিল, ই কেৱল বং লগোৱা।

এইদৰেই সকলোবিলাকে গোলামপটী এৰি ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। শেষত, অনেকে, ঘাইকৈ বুঢ়াবিলাকে, পুনৰ পুৰণি মালিকসকলৰ লগত স্বাধীনভাবে কাৰবাৰ কৰিবলৈ বন্দোৱস্ত কৰি ল'লে।

আইৰ এজন গিৰিয়েক আছিল; তেওঁ 'জন'ৰ পিতাক। মই তেওঁক কেতিয়াবা ক্বচিৎ হে দেখিছোঁ। যুদ্ধ চলি থাকোঁতেই তেওঁ

পলাই গৈ ভাৰ্জ্জিনিয়া নামে আন এখন ঠাইত আছিল। স্বাধীন হোৱাৰ পিচত তেওঁ আমাক সেই ঠাইলৈ নিবলৈ আহিল।

ভাৰ্জ্জিনিয়া আমি থকাঠাইৰ পৰা প্ৰায় ৬০০।৭০০ মাইল দূৰ—অলেখ পৰ্ব্বত পাহাৰ পাৰ হৈ যাব লাগে। মোৰ কাপোৰ-কানি একো নাছিল। এখন গৰুৰ গাড়ীত উঠি আমি যাত্ৰা কৰিলোঁ। বেচি ভাগ বাট খোজ কাঢ়িয়েই গৈছিলোঁ।

আমি আগেয়ে বিদেশলৈ কেতিয়াও যোৱা নাছিলোঁ; আৰু বিশেষ যাবৰ একো কাৰণো নাছিল। সেই কাৰণেই এই যাত্ৰা মহাউৎসৱ যেন পালোঁ। যোৱাৰ আগতে গৰাকীসকলৰ পৰা বিদায় ললোঁ। সেই চিৰবিদায়ৰ কথা মোৰ এতিয়াও মনত পৰে। তেওঁ-লোকক এতিয়াও পাহৰিব পৰা নাই। মাজে মাজে এতিয়াও তেওঁলোকলৈ চিঠি দি থাকোঁ।

বাটত কেইবা সপ্তাহো গ'ল। গছৰ তলত খাওঁ, মুকলি ঠাইত শোওঁ। এদিন ৰাতি বাটৰ কাষতে এটা ভগা এৰা পজা পালোঁ। আইয়ে ভাত ৰান্ধিবলৈ কাৰবাৰ লগালে। খৰিকাঠ আনি দিলোঁ। তাতে এটা 'ষ্টোভ' আছিল। তাত জুই লগাই দিয়া মাত্ৰেই 'কোঁচ' কৰি এটা দীঘল সাপ নলীয়েদি ওলাই লৰ মাৰিলে। আমিও ভয়তে তেতিয়াই সেই ঠাই এৰিলোঁ।

এইদৰেই নানা দুখ সহ্য কৰি 'পিতা' থকা ঠাই পালোঁগৈ। চহৰখন সৰু,—নাম মেলডেন। ইয়াৰ পৰা ভাৰ্জ্জিনিয়াৰ ৰাজধানী চাৰ্লষ্টন্ নগৰ পাঁচ মাইল।

সেই সময়ত ভাৰ্জ্জিনিয়াত বিস্তৰ লোণৰ কাৰবাৰ চলিছিল। চহৰ খনত অসংখ্য লোণৰ কল আছিল। এনে এটা কলতে পিতাই কাম কৰিছিল। সেই কলৰ ওচৰতে তেওঁ এটা থকা কুঠৰীও পাইছিল। আমি আগেয়ে থকা কুঠৰীতকৈ এই কুঠৰী বেয়াহে আছিল।

গোলামপটীৰ কুঠৰী বেয়া হলেও, তাৰ বাহিৰত আমি মুকলি

বতাহ পাইছিলোঁ, ইয়াত কিন্তু সেই কণবো অভাব। কুঠবীয়োৰ ইমান লগালগি আৰু তাৰ চাৰিওকাষে ইমান জাবৰ আৰু ময়লা যে, সেই ঠাইক নৰক বুলিলেও বেচি কোৱা নহয়।

আমাৰ ওচৰচুবুৰীয়াৰ মাজত ক'লা আৰু বগা এই দুই বিধৰ মানুহেই আছিল। বগা মানুহবিলাক অতি নীচজাতৰ আছিল। তেওঁলোকৰ বিদ্যা-বুদ্ধি, ধৰ্ম্মভয় আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতা একেবাৰেই নাছিল। বৰঞ্চ, অধৰ্ম্ম, অস্বাস্থ্য আৰু কুসংস্কাৰৰ মাজতেই তেওঁ-লোক ডাঙৰ-দীঘল হৈছিল।

মোৰ বয়স তেনেই কম আছিল। তথাপিও মোৰ পিতাই মোক লোণকলৰ এটা কামতে সুমুৱাই দিলে। মোৰ ককাইদেও 'জনো' আন এটা কামত সোমাল। আমি বাতিপুৱা ৪ নৌ বাজোঁতেই কামলৈ যাওঁ।

লিখা-পঢ়া শিকিবৰ মোৰ বৰ মন গৈছিল। অতি সৰু কালৰে পৰা মোৰ ইচ্ছা আছিল, আন একো কাম কৰিব নোৱাৰিলেও, অন্ততঃ যেন কেইটামান আখৰ চিনি পাওঁ। আৰু কেতিয়াবা যদি লিখা-পঢ়া শিকিব পাৰোঁ, সাধাৰণ বাতৰি-কাকত আৰু দুখনমান সাধাৰণ কিতাপ পঢ়িব পাৰিলেই যথেষ্ট বুলি ভাবিম।

ইয়ালৈ আহিয়েই আইক কৈ কোনো মতে ৱেব্‌ষ্টাৰৰ 'বৰ্ণ-পৰিচয়' এখন গোটালোঁ। অতি মনোযোগেৰে কিতাপখন পঢ়িবলৈ ধৰিলোঁ। কোনো শিক্ষকৰে সহায় বিচাৰি নেপালোঁ। অনেক কষ্ট কৰি কোনো মতে আখৰকেইটা চিনি পালোঁ। মোৰ আয়ে এই কামত মোক যথেষ্ট সহায় কৰিছিল। তেওঁ একো লিখা-পঢ়া নেজানিছিল বুলিও, তেওঁৰ সাংসাৰিক জ্ঞান, সৎসাহস, উন্নতিৰ আকাঙ্ক্ষা আদি অনেক সজ গুণ আছিল। গতিকেই মোৰ উচ্চ অভিলাষত তেওঁ যথেষ্ট সাহায্য কৰিছিল। তেওঁৰ উৎসাহ নোপোৱা হলে মোৰ জীৱনৰ গতি আন ফালে ঢাল খালেহেঁতেন।

ইতিমধ্যতে এটা নিগ্ৰো ল'ৰা মেলডেনলৈ আহিল। তেওঁ

অহিয়' প্ৰদেশৰ কোনো এখন স্কুলত লিখা-পঢ়া শিকিছিল। তেওঁক পাই আমাৰ আনন্দ চাই কোনে? প্ৰতিদিন আমাৰ কাম-কাজ শেষ কৰি সন্ধ্যা সময়ত ডেকা-বুঢ়া সকলোৱেই তেওঁক বেৰি ধৰোঁ। তেওঁ বাতৰি-কাকত পঢ়ি আমাক শুনায় 'আৰু বুজায়। দুদিনতে তেওঁ আমাৰ গাৱঁৰ শিক্ষক বা গুৰুমহাশয় হৈ পৰিল। তেওঁৰ মানসম্মান আৰু ক্ষমতা দেখি তেওঁৰ ওপৰত মোৰ সঁচাকৈয়ে হিংসা হ'ল। মনে মনে ভাবোঁ, তেওঁৰ সমান বিদ্যা হ'লে মোক আৰু একো নেলাগে!

লাহে লাহে আমাৰ চুবুৰিত এখন স্কুল পাতিবৰ প্ৰস্তাব চলিল। চাৰিও পিনে মহা ধুমধাম আৰম্ভ হ'ল। ক'লামানুহৰ সমাজত এখন স্কুল পতাৰ কথা আগেয়ে এই অঞ্চলত কেতিয়াও উঠা নাছিল। মহা আন্দোলন চলিল। এতিয়া প্ৰধান সমস্যা হ'ল—শিক্ষক পাওঁ ক'ত? অহিয়' প্ৰদেশৰ সেই শিক্ষিত ল'ৰাটিক ল'বলৈকো, তেওঁৰ বয়স তেনেই কম। এনে অৱস্থাতে, অহিয়' প্ৰদেশৰ পৰা হঠাৎ আৰু এজন শিক্ষিত ক'লা ডেকা এদিন আমাৰ মাজত উপস্থিত হ'লহি। তেওঁৰ বয়স সম্বন্ধে কাৰো একো আপত্তি নেথাকিল। তেওঁ কিছুদিন সেনাবিভাগতো কাম কৰিছিল। গতিকে তেৱেঁই স্কুলৰ শিক্ষক-পদত নিযুক্ত হ'ল।

পাঠশালাৰ খৰচৰ বাবে সকলো নিগ্ৰোৱেই মাহে মাহে কিছু ধন দিবলৈ স্বীকাৰ পালে। কিন্তু শিক্ষকক দৰমহা দিয়া বৰ কঠিন হৈ পৰিল। গতিকেই বন্দোবস্ত হ'ল যে, শিক্ষকে প্ৰত্যেক পৰিয়ালৰ ঘৰতে এদিন এদিনকৈ খোৱা-বোৱা কৰিব। এনেকৈ পইচা তুলি খোৱা-লোৱাৰ ব্যৱস্থা শিক্ষকৰ পক্ষে বৰ বেয়া কাম নাছিল। কিয়নো যি ঘৰত যি দিনা শিক্ষকৰ খোৱাৰ পাল আছিল, সেই দিনা তেওঁক আলহীৰ দৰে ভালকৈ খুৱাই-বুৱাই ৰখা হৈছিল। মোৰ মনত আছে,—আমাৰ ঘৰত সেই 'মাষ্টাৰৰ দিন' কেতিয়া আহিব, তাকে ভাবি ভাবি সুখ পাইছিলোঁ, কিয়নো

সেই দিনা অতিথিৰ লগতে আমিও এসাজ ভালকৈয়ে খাবলৈ পাইছিলোঁ।

এই ধৰণেৰে পঢ়াশালি কোনোবাই চলাইছেনে নাই, মই ক'ব নোৱাৰোঁ। গোটেই জাতিটো যেন এখন পঢ়াশালি—গাওঁখনৰ ঘৰবোৰ যেন সেই পঢ়াশালিৰে একোটা অঙ্গ—চুবুৰিৰ প্ৰত্যেকটো মানুহেই পঢ়াশালিৰ ছাত্ৰ, অভিভাবক আৰু পৰিচালক। একে সময়তে গোটেই নিগ্ৰোজাতিৰ বিদ্যাৰম্ভ হ'ল। এই উপায়েৰে পৃথিবীৰ বুৰঞ্জীত কোন জাতিয়ে জাতীয়-জীৱন গঢ়ি তুলিব পাৰিছে?

এই শিক্ষাৰ আন্দোলনত যোগদান দিবলৈ নিগ্ৰোসমাজৰ কোনোৱেই পিচ পৰা নাছিল। ল'ৰা, ডেকা, বুঢ়া সকলোৱেই আগ্ৰহেৰে লিখাপঢ়া শিকিবলৈ ধৰিলে। মৰিবৰ আগতে অন্ততঃ বাইবেলখন পঢ়িব পাৰোঁ, এই আশা লৈয়েই চাৰিকুৰি-বছৰীয়া বুঢ়ায়ো পঢ়াশালিত নাম লগালে। যেই সেই ৰকমৰ শিক্ষক পালেই য'তে ত'তে পঢ়াশালি খোলা হ'ল। দিনৰ স্কুল, ৰাতিৰ স্কুল, ৰবিবাৰৰ স্কুল ইত্যাদি নানা ধৰণৰ পঢ়াশালিৰ সাহায্যত নিগ্ৰোজাতিৰ মাজত অতি সোনকালেই বৰ্ণজ্ঞান, বানান, সৰল ধৰ্ম্মব্যাখ্যা আদি প্ৰচাৰ হ'বলৈ ধৰিলে। এইদৰেই আমালোকৰ জাতীয় পঢ়াশালি প্ৰতিষ্ঠিত হ'ল।

ইমানবোৰ কাম হোৱাৰ পিচতো মোৰ কপালৰ ফেৰত মই পঢ়াশালিত ভৰ্ত্তি হ'ব নোৱাৰিলোঁ। মোৰ অভিভাৱকে লোণৰ কলত মোক খটুৱাই ধন ঘটাত লাগি গ'ল। মোৰ সমনীয়া ল'ৰাবিলাক সন্ধ্যা-স্কুলৰ পৰা অহা-যোৱা কৰা দেখি মোৰ বৰ অনুতাপ হ'ল। কি কৰিম? নিৰুপায়! তথাপিও আশা নেৰিলোঁ। প্ৰথম ভাগ কিতাপখনকে আগৰ দৰে পঢ়িবলৈ ধৰিলোঁ।

শেষত নিৰুপায় হৈ পঢ়াশালিৰ শিক্ষকৰ লগত এটা বন্দোবস্ত কৰিলোঁ। কাম কৰি ৰাতি গৈ তেওঁৰ ওচৰত পঢ়ি আহিবলৈ ধৰিলোঁ। এইদৰেই অনেকখিনি কথা শিকিলোঁ। মই ৰাতিৰ

পঢ়াশালিৰ উপকাৰিতা মোৰ জীৱনত যিমান উপলব্ধি কৰিছোঁ, মোৰ বিশ্বাস আন কোনেও কৰিব পৰা নাই। সেই কাৰণে এতিয়াও মই নিশা-স্কুলৰ পক্ষপাতী। এই অভিজ্ঞতাৰ ফলতে মই হাম্পটন্ আৰু টাস্কেগীত নৈশ-বিদ্যালয় স্থাপন কৰিছোঁ।

কেৱল ৰাতিৰ স্কুলত পঢ়িয়েই মই সন্তুষ্ট হোৱা নাছিলোঁ। দিনৰ পঢ়াশালিত নাম লগাব-লৈকো দৃঢ় সংকল্প কৰিলোঁ। কান্দি-কাটি, অনেক দুখ-বেজাৰ কৰি শেষত অভিভাৱকৰ পৰা অনুমতি পালোঁ। শেষত স্থিৰ হ'ল যে, মই ৰাতিপুৱাই উঠি কলত ৯ বজালৈকে কাম কৰিম, তাৰ পিচত স্কুললৈ গৈ, তাৰ পৰা আহি আকৌ আবেলি আৰু দুঘণ্টা কলত কাম কৰিম। কি কৰিম, উপায় যে নাই! আৰু এটা লেঠাত পৰিলোঁ। আমাৰ পঢ়াশালি বহে ৯ বজাত—ইপিনে আমাৰ ঘৰো বহুত দূৰত। গতিকেই কলৰ কাম শেষ কৰি পঢ়াশালি পাওঁতে অনেক বেলি হয়। এই অসুবিধা গুচাবৰ নিমিত্তে এটা বুদ্ধি কৰিলোঁ। কলঘৰত এটা ঘড়ি আছিল। সেই ঘড়িমতেই সকলোৱেই কাম কৰিছিল। মই লাহে লাহে প্ৰতিদিনে ৮৷৷০ বজাতে ঘড়িটোৰ কাঁটা ঘূৰাই ৯ বজাত থওঁ, আৰু সেই কাৰণে কলৰ কাম শেষ কৰি, ঠিক সময়তে পঢ়াশালিত হাজিৰ হওঁহি। এইদৰেই অনেক দিন গ'ল। শেষত ৰবচাহাবে কিবা জানিব পাৰি অপিচ-ঘৰটোত তলা লগালে, ময়ো বিপাণ্ডত পৰিলোঁ। আৰু এটা বিপদে মোক পালে। পাঠশালাৰ সকলো ল'ৰাই টুপি পিন্ধি আহে, মোৰ মূৰত একো নাই। টুপি যে পিন্ধিব লাগে, এই কথা মই ইমান দিনে জনাই নাছিলোঁ। ল'ৰাবিলাকক দেখিহে মই টুপিৰ অভাব বুজি পালোঁ। সেই এবিধ নতুন ধৰণৰ টুপি ল'ৰা বুঢ়া সকলোৱেই পিন্ধে। মোক টুপি দিবলৈ আইৰ হাততো পইচা এটা নাই। তেওঁ মোৰ বেজাৰ-মুখ দেখি দুডোখৰ জিন কাপোৰ চিলাই দি এটা টুপি কৰি দিলে। তেতিয়া মোৰ আনন্দ চাই কোনে!

এই ঘটনাৰ পৰা মই ডাঙৰ শিক্ষা পাইছিলোঁ যে, মোৰ আয়ে লোকক দেখুৱা বাবুগিৰি অথবা কোনো প্ৰকাৰৰ লৌকিকতা ভাল নেপাইছিল। তেওঁ সদায় অৱস্থা বুজি ব্যৱস্থা কৰিছিল। সেই কাৰণেই তেওঁ কাৰো ওচৰত ধৰুৱা নাছিল। আইৰ দৰে চৰিত্ৰবল অতি কম নিগ্ৰোৰ হে আছিল। কিয়নো সেই সময়ত অনেক নিগ্ৰোৱেই ধাৰ কৰিও বাবুগিৰি কৰিছিল। তাৰ ফলত, শেষ কালত অনেকে অনাহাৰেও দিন কটাব লগাত পৰিছিল।

পঢ়াশালিত নাম লগাবৰ সময়ত বৰ বিপদত পৰিছিলোঁ। সেই সময়ত প্ৰত্যেক লৰাৰে দুটা শব্দৰ একোটা নাম আছিল। মোক সকলোৱে বুকাৰ বুলি মাতিছিল, ময়ো সেই নামকে মোৰ বুলি জানিছিলোঁ। বহীত মোৰ নাম তুলিবলৈ শিক্ষকে সোধোঁতে, মই গম্ভীৰ ভাবে উত্তৰ দিলোঁ—'বুকাৰ ৱাচিংটন'!—যেন চিৰদিন মানুহে মোক এই নামেৰে মাতে! পিচত শুনিলোঁ, আয়ে মোৰ নাম বুকাৰ টেলিয়াফাৰ ৰাখিছিল। কালক্ৰমে 'টেলিয়াফাৰ' শব্দটো তল পৰিল। যেতিয়া এই কথা জানিব পাৰিলোঁ তেতিয়াৰে পৰা তিনটা শব্দৰ নাম ব্যৱহাৰ কৰিছোঁ। গতিকে এতিয়া মোক বুকাৰ টেলিয়াফাৰ ৱাচিংটন বুলি সকলোৱে জানে।

মই বহুত দিন নিজকে এজন ডাঙৰ মানুহৰ ল'ৰা বুলি ভাবিবৰ চেষ্টা কৰিছিলোঁ। মই যেন মোৰ উপৰি-পুৰুষ সকলৰ যুগযুগান্তৰ ব্যাপি বংশাৱলী জানো; তেওঁলোক যেন সকলোবিলাকেই সৎ, চৰিত্ৰবান আৰু সুপণ্ডিত আছিল; মই যেন উত্তৰাধিকাৰ সূত্ৰে বংশ-গৌৰৱ, সামাজিক কীৰ্ত্তি আৰু মাটি-বাৰী লৈ জন্ম গ্ৰহণ কৰিছোঁ। কিন্তু এনেকৈ ভাবি ভাবি মনত কেতিয়াও সুখ পোৱা নাছিলোঁ। কিয়নো মই জানো, ব্যক্তিগত চৰিত্ৰৰ প্ৰভাৱ ইয়াৰ পৰা একো বুজা নেযায়। আৰু বিশেষতঃ এনেবোৰ ভাবে মানুহক উন্নতিৰ পথত বাধা জন্মায়, সকলো বিষয়তে লোকৰ ওপৰত নিৰ্ভৰ কৰিবৰ ইচ্ছা জন্মে, আৰু লোকৰ ধনৰ ওপৰত ভোটগিৰি হবৰ মন

যায়। ইয়াৰ লগে লগে নিজৰ দায়িত্বজ্ঞান আৰু কৰ্ত্তব্যবোধ লোপ পায়।

এই চলতে আৰু এটা কথা কওঁ। নিগ্ৰোবিলাকৰ পূৰ্ব্বগৌৰব একো নাছিল। পুৰণি বুৰঞ্জী মেলি চালেও তাত একো পাবলৈ নাই। আন কি অতীত নাই বুলিলেও বেচি কোৱা নহয়—যি আছে সি ঘৃণনীয় নাইবা নিন্দনীয়। কিন্তু সেইবুলি আপোনালোকে তেওঁলোকক অৱজ্ঞাৰ চকুৰে নেচাব; কিয়নো তেওঁবিলাকে জীৱন আৰম্ভ কৰিছে মাথোন; এতিয়া তেওঁলোকৰ কেঁচুৱা অৱস্থা! গতিকেই তেওঁলোকৰ বাধা-বিঘিনি, অসুবিধা আৰু অকৃতকাৰ্য্যতাৰ কাৰণ বহুত। আপোনালোকে বহুত দিনৰ আগতে জীৱন আৰম্ভ কৰিছে। আপোনালোকে প্ৰাৰম্ভিক যুগৰ অনেক আপদ-বিপদ কটাই এতিয়া সফলতাৰ বাটত অনেক দূৰ আগ বাঢ়িছে। কিন্তু আমাৰ এতিয়াও চালুকীয়া অৱস্থা। আপোনালোকে কাম আৰম্ভ কৰিলেই সফলতা লাভ কৰে, আন পিনে আমি কোনো কাম আৰম্ভ কৰিলেই মানুহে ভাবে নিশ্চয় অকৃতকাৰ্য্য হ'ম। মুঠৰ ওপৰত কামৰ সফলতা আপোনালোকৰ 'হাতৰ পাঁচ'। ইয়াৰ কাৰণ বিশেষ একো নাই—পৃথিবীৰ কৰ্ম্মক্ষেত্ৰত আপোনালোক প্ৰবীণ আৰু আমি নবীন! অতীত বুৰঞ্জীৰ সুফলো আছে। উপৰি-পুৰুষ সকলৰ চৰিত্ৰ-সম্বল বৰ্ত্তমান-কালত ব্যক্তি আৰু জাতিৰ মূলধনৰ দৰে কাৰ্য্যকৰী। অতীতৰ স্মৃতিয়ে মানুহক বৰ্ত্তমান কৰ্ত্তব্য আঙুলিয়াই দি ভবিষ্যতৰ কাৰণে দায়িত্ব শিক্ষা দিয়ে। আজিকালি আপোনালোকে কথায় কথায় নিগ্ৰো মানুহক বগামানুহৰ লগত তুলনা কৰে। আমি যে অনেক বিষয়ত হীন তাত কোনো সন্দেহ নাই। কিন্তু সেইবুলি এবাৰ ভাবি চাওকচোন, আমাৰ অৱস্থা কেনেকুৱা!

মোৰ কথা কলেই আপোনালোকে সমস্ত নিগ্ৰোজাতিৰ অৱস্থা বুজিব পাৰিব। মোৰ বুঢ়ী-আই কোন আছিল মই ক'ব নোৱাৰোঁ।

শুনিছোঁ, মোৰ খুৰা-খুৰী, মোমাই-মাই, পেহা-পেহী আৰু তেওঁ-লোকৰ সতিসন্তান অনেক আছিল। কিন্তু, তেওঁলোকক মই চিনি নেপাওঁ, আৰু তেওঁলোক ক'ত আছে তাকো ক'ব নোৱাৰোঁ। আমাৰ নিগ্ৰোজাতিৰ সকলো পৰিয়ালৰ কথাই এনেকুৱা। কিন্তু বগা মানুহ সকলৰ কথা বেলেগ। তেওঁলোকে প্ৰতি কথাতে, প্ৰতি কামতে, প্ৰতি খোজতে পিচলৈ উভতি চাব লাগে। কিয়নো, তেওঁলোকে এটা অন্যায় কাম কৰিলে তেওঁলোকৰ চৈধ্যপুৰুষৰ মুখত চূণ-কালি পৰিব। এই জ্ঞান তেওঁলোকৰ সদায় আছেই। সেই কাৰণেই তেওঁলোকে প্ৰলোভন, অসংযম ইত্যাদিৰ পৰা নিজক সহজে আঁতৰ কৰি ৰাখিব পাৰে।

মোৰ অভিভাৱকে মোক বেচি দিন পঢ়াশালিলৈ যাব নিদিলে। কিছু দিনৰ মূৰতে মোৰ নাম কটা পৰিল। তেতিয়াৰ পৰা মই নৈশ স্কুলৰ শিক্ষাকেই জীৱনৰ সম্বল কৰি ললোঁ। মোৰ ল'ৰাকালৰ সকলো শিক্ষাই নৈশ-বিদ্যালয়ৰ পৰা লাভ কৰিছোঁ বুলিলেও বেচি কোৱা নহয়। দিনত মই লিখাপঢ়া কৰিবৰ আহৰিকে নেপাইছিলোঁ।

ৰাতিৰ পঢ়াশালিত পঢ়িও মই অনেক সময়ত বৰ দিগদাৰত পৰিছিলোঁ। উপযুক্ত শিক্ষকৰ অভাৱত মই নানা কষ্ট ভুগিব লগাত পৰিছিলোঁ। কেতিয়াবা কেতিয়াবা একোজন শিক্ষক পাওঁ, তেওঁৰ বিদ্যা মোৰ সমানেই! অনেক সময়ত ৰাতি ৫।৬ মাইল খোজ কাঢ়িও পঢ়াশুনা কৰিবলৈ গৈছিলোঁ! মোৰ ল'ৰাকালত প্ৰতিজ্ঞা আছিল যেনেতেনে উচ্চ শিক্ষা লাভ কৰিম। সেই কাৰণেই নিৰাশাই মোক কেতিয়াও জুকলা কৰিব নোৱাৰিছিল।

ভাৰ্জিনিয়া প্ৰদেশত থাকোঁতে এবাৰ এটা মাউৰা-ল'ৰাক আয়ে তোলনীয়া পো কৰি ৰাখিলে। আমাৰ আৰ্থিক অৱস্থা এনেয়ে বেয়া, তাতে আৰু এজন নতুন মানুহ! সি যি হওক, তেওঁক আমি ভাই বুলি সাদৰে গ্ৰহণ কৰিলোঁ। তেওঁৰ নাম ৰাখিলোঁ 'জেমচ্ বি ৱাচিংটন'।

ইতিমধ্যতে লোণৰ কলৰ কাম এৰি এটা কয়লাৰ খনিত্ কাম ললোঁ। এই খনিৰ পৰাই লোণৰ কলত কয়লা দিয়া হয়। কয়লাৰ খনিত কাম কৰিলে স্বাস্থ্য নেথাকে। শৰীৰ পৰিষ্কাৰ কৰি ৰাখিব নোৱাৰি। গোটেই দিনটো খাটে'াতে খাটোঁতে গাত ইমানবোৰ মলি লাগে যে, তাক ঘঁহি পিহিও কোনো-মতে গুচাব নোৱাৰি। কয়লাৰ খনিত কাম কৰি মই মুঠেই ভাল নাপাইছিলোঁ।

সাধাৰণতে খনিৰ মুখৰ পৰা কয়লা থকা ঠাইলৈ এমাইল দূৰ—বাট পথ আন্ধাৰ। সেই অন্ধকাৰ বাটেদি গৈহে কয়লা পাব পাৰি। তাৰ ওপৰত, সেই ঠাইতো কয়লাৰ সৰু সৰু অসংখ্য কুঠৰিবোৰ এন্ধাৰত চিনি লোৱা বৰ সহজ কথা নহয়। সেই ঠাইত পুব, পছিম, উত্তৰ, দক্ষিণ—কোনো দিকেই ঠিক ক্ৰৰি ল'ব নোৱাৰি। কয়লাৰ কুঠৰিবোৰ মই কোনো দিনেই চিনি ল'ব পৰা নাছিলোঁ। কেতিয়াবা কেতিয়াবা হঠাৎ লেম্প বা চাকি নুমাই গ'লে মহা বিপদত পৰিছিলোঁ। কোনো কুলীক সুধি বা খেপিয়াইহে বাটকে চিনি পাইছিলোঁ। ইয়াৰ উপৰিও মৰণৰ ভয়েও মোৰ লগ নেৰিছিল—কাৰণ তেনে দুৰ্ঘটনা প্ৰায়েই ঘটিছিল। প্ৰায়েই কয়লাৰ হেঁচাত পৰি অনেক কুলী সিপুৰিলৈ গৈছিল। কেতিয়াবা বা কয়লাৰ বাৰুদ যথাসময়ৰ আগেয়েই ফুটিছিল, আৰু লগে লগে অসতৰ্ক অসংখ্য কুলীয়ে প্ৰাণ হেৰুৱাইছিল। কয়লাৰ খনিৰ কামৰ দৰে জঘন্য আৰু মাৰাত্মক কাম বোধ কৰোঁ এই সংসাৰত আৰু নাই। যিবিলাক ল'ৰাই সৰুৰে পৰা কয়লাৰ কাম কৰে, সিহঁতৰ শাৰীৰিক আৰু মানসিক শক্তি একেবাৰেই লোপ পায় আৰু আন কামত সিহঁত একেবাৰেই অকামিলা হয়।

ল'ৰাকালত, লোণৰ কলত অথবা কয়লাৰ খনিত কাম কৰোঁতে মই অনেক সময়ত বগামানুহৰ ল'ৰাবিলাকৰ মনৰ অৱস্থা আৰু হৃদয়ৰ আকাঙ্ক্ষা কল্পনা কৰিবলৈ চেষ্টা কৰিছিলোঁ। ডেকা-কালত অনেক বাৰ সেই একে কথাকে ভাবিছিলোঁ। তেওঁলোকে চেষ্টা

কৰিলে যুক্তৰাজ্যৰ সভাপতি হ'ব পাৰে—ডাঙৰ ডাঙৰ অনুষ্ঠানৰ পৰিচালক হ'ব পাৰে, দেশৰ শাসক বা নেতা হব পাৰে—আৰু ধৰ্ম্মযাজকো হব পাৰে। কোনেও তেওঁলোকৰ উদ্যম, আকাঙ্ক্ষা আৰু আশাৰ বাটত আগভেটা দিব নোৱাৰে। মই ভাবোঁ, মোৰো যদি এনেবিলাক সুবিধা থাকিলহেঁতেন, ময়ো তেনেকৈ জিলাৰ কৰ্ত্তা, দেশৰ নায়ক, সাম্ৰাজ্যৰ স্থাপন-কৰ্ত্তা আদি পদবোৰ অতি সহজেই পাব পাৰিলোঁহেতেন। কিন্তু হায়—মই যে নিগ্ৰো! মোৰ অন্তৰায় বহুত। এইবোৰ কল্পনা মোৰ নিমিত্তে পাগলৰ প্ৰলাপ মাত্ৰ!

এতিয়া বুঢ়াকালত সেইবোৰ ভাব মোৰ মনত নেখেলায়। মই এতিয়া বগামানুহৰ সুযোগ আৰু সুবিধাবোৰ হিংসা নকৰোঁ। এতিয়া বুঢ়াকালত, অতীতৰ ঘটনাৱলী আলোচনা কৰি বুজিছোঁ যে, মানসম্মান, কীৰ্ত্তি, প্ৰতিষ্ঠা আদি মনুষ্যত্বৰ সঁচা মাপকাঠি নহয়। মই জীৱনৰ সফলতা আন প্ৰণালীৰে মাপ কৰিবলৈ শিকিছোঁ। ডাঙৰ বংশত জন্মিলেই আৰু ডাঙৰ কাম কৰিলেই জীৱনত সফলতা নহয়।

মোৰ মতে তেৱেঁই জীৱনত সফলতা লাভ কৰিছে, যি অসংখ্য বাধা-বিপদ আৰু দুৰ্ঘটনাৰ লগত সংগ্ৰাম কৰিছে। কাৰ্য্য-উদ্ধাৰত যদি কোনো মানুহ বিফল হয়, তাত মই দুখিত নহওঁ। কিয়নো, তেওঁৰ মনৰ দৃঢ়তা, তেওঁৰ সাধনা, আৰু তেওঁৰ কৰ্ত্তব্যনিষ্ঠাৰ চিনাকি পালেই মই তেওঁৰ কৃতকাৰ্য্যৰ সফলতা লাভ কৰা বুলি ভাবিম।

মোৰ মতে সফলতাৰ মাপকাঠিয়েই মনুষ্যত্বৰ কষ্টি-পাথৰ। এই হিচাবে বিচাৰ কৰি চালে, নিগ্ৰোজাতিৰ মাজত জন্মলাভ কৰি মোৰ উপকাৰহে হৈছে। কিয়নো, মই প্ৰকৃত জীৱনত সংগ্ৰাম দেখিছোঁ—প্ৰকৃত জীৱনৰ সোৱাদ পাইছোঁ। মোৰ মতে নিগ্ৰোজীৱনেই মনুষ্যত্ব বিকাশৰ পক্ষে, প্ৰকৃত জীৱন গঠনৰ পক্ষে, অতি উপকাৰী। কিয়নো কষ্টই মানুহৰ পৰীক্ষক, মানুহৰ বিচাৰক। এই কষ্টময় সংসাৰত যিজনেই বাস কৰে, তেওঁৰেই ডাঙৰ পৰীক্ষা হয়। এই পৰীক্ষাত উত্তীৰ্ণ হব পাৰিলেই যথাৰ্থ মনুষ্যত্ব লাভ কৰিব পৰা যায়। সেই

কাৰণেই কওঁ, বগামানুহক মই আজিকালি হিংসা নকৰোঁ—নিগ্ৰো জীৱনেই মোৰ পক্ষে শ্ৰেয়।

বগামানুহৰ কাম উচ্চ ধৰণৰ নহলেও মানুহে তাত দোষ নধৰে। আন পক্ষে, ক'লামানুহৰ কামত সামান্য ত্ৰুটী থাকিলেও সকলোৰে চকুত ধৰা পৰে। সেই কাৰণেই নিগ্ৰো সদায় অগ্নিপৰীক্ষাৰ নিমিত্তে সাজু থাকিবলৈ বাধ্য। নিগ্ৰোৰ কাম উচ্চ দৰৰ নহলে সংসাৰৰ মাজত কাৰো মনোনীত নহয়। নিগ্ৰোৰ নিমিত্তে এয়ে কি কম সুযোগ? কিন্তু বগা-মানুহৰ সকলো কামতে 'সাত খুন মাফ'!

মই নিগ্ৰো হৈয়েই থাকিব খোজোঁ। দুখৰ সংসাৰেই মোৰ পঢ়াশালি হওক—জগতৰ কঠোৰ সাধনাই মোৰ জীৱনৰ ব্ৰত হওক। মোক আৰু আন একো ফল নেলাগে।

দেখাক দেখি আজি অনেক নিগ্ৰোৱে ৰাষ্ট্ৰীয় অধিকাৰ দাবী কৰিবলৈ শিকিছে। কিন্তু, বৰ পৰিতাপৰ বিষয় যে অনেকে ব্যক্তিগত যোগ্যতা বঢ়াবৰ চেষ্টা কৰা নাই। কেৱল বগামানুহক দেখি, তেওঁলোকৰ লগত অৰিয়া-অৰি কৰিছে! মোৰ মতে ক'লা-বগা ছালৰ প্ৰভেদ মিছা-প্ৰভেদ। সকলোৱেই নিজ কৰ্ত্তব্য বোধে কাম কৰা উচিত। যদি কোনোৱে শক্তি অৰ্জ্জন কৰিব পাৰে, তেওঁৰ মোল সকলোৱে স্বীকাৰ কৰিব—লাগে তেওঁ ক'লাই হওক, কিম্বা বগাই হওক। এই বিশ্বৰ মাজত যোগ্যতাৰ মূল্য আছেই আছে। গুণ কেতিয়াও চাপ খাই নেথাকে। তেওঁৰ সন্মান হ'বই হ'ব। নিগ্ৰো ভাইসকল! আজি তোমালোক পদদলিত, বিতাৰিত, কিন্তু, ভগবানৰ সেই সনাতন-ধৰ্ম্মত বিশ্বাস স্থাপন কৰা, তোমাৰ আত্মশক্তিত নিৰ্ভৰ কৰা; দেখিবা, যথাসময়ত তোমাৰ শক্তি মানব-সমাজত এদিন নহয় এদিন প্ৰতিষ্ঠা হ'বই হ'ব।

---

# তৃতীয় অধ্যায়

## লিখা-পঢ়াত কঠোৰ চেষ্টা

এদিন কয়লাৰ খনিত কাম কৰিছোঁ, এনেতে দুটা কুলীৰ কথা-বতৰা শুনিবলৈ পালোঁ। সিহঁতৰ কথাৰ পৰা বুজিলোঁ, ভাৰ্জিনিয়া প্ৰদেশৰ কোনো এঠাইত এখন অতি ডাঙৰ নিগ্ৰো স্কুল আছে।

সিহঁতৰ কথা শুনিবলৈ মোৰ বৰ ধাউতি হ'ল। মই আন্ধাৰত খুপি খুপি সিহঁতৰ কাষ চাপিলোঁ। শুনিলোঁ যে, ভাৰ্জিনিয়াৰ সেই স্কুলখন নিগ্ৰোৰ জাতীয় স্কুল। তাত নিগ্ৰোৰ বাহিৰে আন জাতিৰ ল'ৰা নলয়। দুখীয়া ল'ৰাবিলাকৰ নিমিত্তে তাত বিশেষ সুবিধা আছে। ঘৰৰ পৰা খৰচ আনিব নোৱাৰা ল'ৰায়ো তাত পঢ়িবলৈ পায়। দুখীয়া লৰাবিলাকে তাত কাম কৰি ধন ঘটিবও পাৰে। পঢ়াশুনাৰ লগে লগে তাক অৰ্থকৰী বিদ্যাও শিকায়। এই সুযোগতে ছাত্ৰবিলাকে নিজৰ পঢ়াৰ খৰচ নিজে-উলিয়ায়।

ভাৰ্জিনিয়াৰ হেম্পটন্ নগৰতে এই স্কুল আছে। ইয়াৰ নাম 'শিক্ষক আৰু শিল্প বিদ্যালয়'। সেই স্কুলত নাম লিখাবলৈ মই তেতিয়াই মন মেলিলোঁ। মোৰ পক্ষে ইয়াতকৈ সুবিধাৰ ঠাই আৰু কি হ'ব? নিজৰ খৰচ নিজে চলাম; ইয়াত অভিভাৱকৰ একো আপত্তি থাকিব নোৱাৰে।

মই হেম্পটনৰ নাম জপিবলৈ ধৰিলোঁ। হেম্পটন ক'ত, আমি থকা ঠাইৰ পৰা কিমান দূৰত, এইবোৰ কথা মই একো নেজানো। খাওঁতে শোওঁতে হেম্পটনেই হে কেৱল মূলমন্ত্ৰ হ'ল!

কয়লাৰ খনিত আৰু কিছুদিন কাম কৰিলোঁ। এই সময়তে এটা নতুন কামৰো সম্ভেদ পালোঁ। আমাৰ কয়লাৰ খনি আৰু

লোণৰ কলৰ গৰাকী একেজন মানুহেই। তেওঁৰ নাম জেনেৰেল লই ৰাকনাৰ। ৰাকনাৰৰ পত্নী বৰ টানমুখীয়া মহিলা আছিল। কোনো চাকৰেই তেওঁৰ তলত ১৫ দিনতকৈ বেচি দিন থাকিব নোৱাৰিছিল।

ভাবিলোঁ, কয়লাৰ খনিত কাম কৰাতকৈ কাৰাবাৰ ঘৰত চাকৰ হৈ কাম কৰা অনেক গুণে ভাল। আইৰ যত্নত, মই মাহে ১৫৲ টকা দৰমহাত ৰাকনাৰৰ ঘৰত চাকৰ সোমালোঁ।

ৰাকনাৰ-পত্নীক, মই প্ৰথমতে বৰ ভয় কৰিছিলোঁ; তেওঁৰ আগত কঁপিছিলোঁ। কিন্তু কেইদিনমান কাম কৰিয়েই মই তেওঁৰ ধাতু চিনি পালোঁ। যুক্তৰাজ্যৰ ডাঙৰ চহৰ নিউ-ইংলেণ্ডত তেওঁৰ পিতাকৰ ঘৰ আছিল। সেই অঞ্চলৰ মানুহক 'ইয়াঙ্কী' বোলে। ইয়াঙ্কীবিলাকৰ চলন-ফুৰণকে আমেৰিকাৰ আন মানুহে অনুকৰণ কৰে। গতিকেই, তেনে মানুহৰ তলত কাম কৰা যাৰে তাৰে পক্ষে টান।

ৰাকনাৰ-পত্নীয়ে সকলো বিষয়তে পৰিষ্কাৰ পৰিচ্ছন্নতা ভাল পাইছিল। সময়ৰ অভাবো তেওঁ ভালকৈ বুজিছিল। সেই কাৰণেই তেওঁ লেতেৰা বা এলেহুৱা মানুহক কেতিয়াও ভাল নাপাইছিল। গতিকেই বেচি ভাগ চাকৰে তেওঁৰ তলত খাটিবলৈ ভাল নাপাইছিল।

মই তেওঁৰ তলত প্ৰায় ডেৰ বছৰ চাকৰি কৰিছিলোঁ। ইয়াত মই যি শিক্ষা পালোঁ, সেই শিক্ষা আন শিক্ষাতকৈ কোনো গুণেই কম নহয়। ইয়াত চাকৰি কৰি মই মোৰ চৰিত্ৰ গঠন কৰিব পাৰিলোঁ। মই আজিকালি গাওঁ বা চহৰৰ কোনো ঠাইত জাবৰ গোটখাই থাকিলে তৎক্ষণাৎ নিজ হাতেৰে পৰিষ্কাৰ কৰি পেলাওঁ। ঘৰৰ চুকত ফটা কাগজ বা ফটা কানি পৰি থাকিলে, মই সহিব নোৱাৰোঁ। ঘৰ বা বাৰীৰ বেৰবোৰ ভাগিলে, মই তেতিয়াই মেৰামত কৰোঁ। সাজপাৰ বা আন কাপোৰ-কানি কেতিয়াও মলিন হ'বলৈ

নিদিওঁ। ‘এইবোৰ সজ গুণ মই ৰাকনাৰ-পত্নীৰ পৰা লাভ কৰিছোঁ। সকলো বিষয়তে শৃঙ্খলা-জ্ঞান, স্বাস্থ্যৰক্ষাৰ নিয়মপালন, যেতিয়াৰ কাম তেতিয়াই কৰা, প্ৰভৃতি গুণবোৰ এই ঘৰতে শিক্ষা পাইছোঁ।

মোৰ কাম কাজ দেখি ৰাকনাৰ-পৰিয়াৰে মোক ভাল পাবলৈ ধৰিলে। আন কি দিনত স্কুললৈ যাবলৈকো তেওঁৰ পৰা অনুমতি পালোঁ। ইমান দিন কেৱল ৰাতিৰ স্কুল হে কৰিছিলোঁ, এতিয়া তেওঁৰ অনুগ্ৰহত এঘণ্টাকৈ দিনৰ স্কুলতো হাজিৰ হব পৰা হ'লোঁ। মোৰ পঢ়াত তেওঁ ৰাতিও সহায় কৰিছিল। তেওঁৰ ঘৰত থাকোঁতেই মই এটা কেৰাচিন তেলৰ বাকচ আনি নিজ হাতেৰে আলমাৰী তৈয়াৰ কৰিছিলোঁ। সেই আলমাৰীটোত কেইবা খাপ ৰাখি, তাত নানা ঠাইৰ পৰা কিছুমান্ বহী, কাগজ, পেনচিল, কিতাপ গোটাই বৰ ভালকৈ সজাই ৰাখিছিলোঁ। সেয়ে মোৰ প্ৰথম লাইব্ৰেৰী আছিল।

এই দৰেই মোৰ দিন কেইটা ভালেই গৈছিল। তথাপিও মই হেম্পটনৰ স্কুলৰ কথা পাহৰা নাই। ইমান দূৰত পঢ়িবলৈ যাম বুলি আইয়ে বেজাৰ কৰিবলৈ ধৰিলে। কিন্তু শেষত যাবলৈকে স্থিৰ কৰিলোঁ। ইপিনে হাতত পইচা এটাও নাই। ইমান দিন মই আৰু মোৰ ককাইদেৱে যি ধন ঘটিছোঁ, সেই ধন কেৱল খোৱা-লোৱাতে গৈছে ; বাকী ধন মোৰ অভিভাৱকে উৰাইছে। তথাপিও যাবলৈকে ঠিক কৰিলোঁ।

মোৰ যোৱাৰ বাতৰি পাই আমাৰ গাৱঁৰ সকলো মানুহ সুখী হ'ল। তেওঁলোকে মোক আশীৰ্ব্বাদ কৰিলে। তাৰ বাহিৰেও কোনোৱে কোনোৱে মোক ৰুমাল, পইচা আৰু ডবল পইচা দি সাহায্য কৰিলে। আজি তেওঁলোকৰ পক্ষে এটা শুভ দিন, কাৰণ মই বিদেশত উচ্চ শিক্ষা লাভ কৰিবলৈ ওলাইছোঁ।

মই যাত্ৰা কৰি ওলালোঁ ; সেই সময়ত আইৰ অৱস্থা বৰ বেয়া, তেওঁৰ নৰিয়া। এটা থৈলাত সকলো কাপোৰ-কানি বান্ধি ললোঁ।

মেলডেনৰ পৰা হেম্পটন চহৰলৈ ৫০০ মাইল।' এছোৱা ৰাট ৰেলেৰে আৰু বাকী ছোৱা গাড়ীৰে যাব লাগে। ইমান দূৰ বাট যাবলৈ মোৰ বাট-খৰচ নাই। এইদৰেই গাড়ী ভাৰা কৰি কিছু দূৰ বাট পাহাৰৰ ওপৰেদি গৈছিলোঁ। সন্ধিয়া পৰত এটা হোটেলৰ ওচৰত আমাৰ গাড়ী ৰ'ল। মোৰ লগৰীয়া এটাই-কেইজন বগা মানুহ আছিল—ক'লাৰ ভিতৰত ময়ে। তেওঁলোক সকলো গাড়ীৰ পৰা নামি হোটেলত সোমাল। হোটেলৰ কৰ্ত্তাই তেওঁলোকৰ নিমিত্তে খোৱা-বোৱাৰ দিহা কৰি দিলে। তেওঁলোকে খোৱাৰ সময়তে মই লাহে লাহে দুৱাৰ-মুখত থিয় দিলোঁ। মোৰ হাতত পইচা এটাও নাছিল। ভাবিছিলোঁ হোটেলৰ পৰিচালকক কৈ কোনোমতে ৰাতিটো তাতে কটাম। বিশেষত সেইখন পৰ্ব্বতীয়া ঠাই—তাতে ভয়ানক জাৰ। কিন্তু মোৰ ক'লা ছাল দেখিয়েই হোটেলৰ মেনেজাৰে গম্ভীৰ ভাবে উত্তৰ দিলে, "ইয়াত তোমাৰ নিমিত্তে ঠাই নাই।" পইচা বা ধনৰ অভাবেই আমেৰিকাত একমাত্ৰ কষ্ট নহয়। বগা চামৰাৰ অভাবো বৰ বিষম পাপ— এই ধাৰণা সেই ৰাতি মোৰ প্ৰথম উপজিল।

গোটেই ৰাতিটো হোটেলৰ সন্মুখত পায়চাৰি কৰি গাটো গৰম ৰাখিলোঁ। হোটেলৰ গৰাকীৰ বেয়া ব্যৱহাৰত মই অকণো বেয়া পোৱা নাছিলোঁ। কিয়নো, হেম্পটনৰ সপোনেই মোক সজাগ কৰি ৰাখিছিল।

গোটেই বাটত নানা প্ৰকাৰে কষ্ট পাইছিলোঁ। এডোখৰ বাট খোজকাঢ়ি গৈছিলোঁ; কোনো ঠাইত গাৰোৱানৰ হাতে-ভৰিয়ে ধৰিমেলি বিনা খৰচতে' গাড়ীত উঠিছিলোঁ; আকৌ কেতিয়াবা লগত যোৱা মানুহৰ পৰা পইচা খুজি গাড়ীৰ খৰচ দিছিলোঁ। এইদৰেই ৰিচমণ্ড নগৰ পালোঁহি; ইয়াৰ পৰা হেম্পটন প্ৰায় ৮০ মাইল।

ৰিচমণ্ড পাওঁতেই ৰাতি হ'ল। হাতত পইচা এটাও নাই;

ইপিনে গাক বৰণ ক'লা। কাপোৰ-কানি মলিন, পেটৰ ভোকত তং নাই! কিমান মানুহৰ ঘৰত থাকিবৰ নিমিত্তে ঠাই খুজিলোঁ তাৰ লেখজোখ নাই। কোনেও মুখেৰেই নেমাতিলে! সকলোকে ধন লাগে; ধন দিলেহে তেওঁলোকে খোৱাৰ দিহা কৰি দিয়ে। বগা মানুহে এই দৰেই অতিথি সৎকাৰ কৰে! মই নিৰুপায় হৈ বাটে বাটে ঘূৰি ফুৰিলোঁ। ফুৰি ফুৰোঁতে, দোকানবোৰত অলেখ খোৱা বস্তু সজাই থোৱা দেখিলোঁ। তাৰ পৰা অলপমান কিবা পোৱা হলেও ধন্য মানিলোঁহেঁতেন। সেই দিনা মোক কোনোবাই এটুকুৰা মঙহ খাবলৈ দিয়া হলেও, মই ভবিষ্যতে যি ধন ঘটিলোঁহেঁতেন, গোটেইখিনি তেওঁকে তাৰ মূল্যস্বৰূপ দিলোঁহেঁতেন। কিন্তু কোনেও মোক অকণো দয়া নকৰিলে। গোটেই ৰাতি ভোকে লঘোণে কটালোঁ।

গোটেই ৰাতিটো এইদৰে ঘূৰি ফুৰি কটালো। তথাপিও মই হতাশ হোৱা নাছিলোঁ। হেম্পটনৰ পঢ়াশুনাৰ কথা মই এখন্তকো পাহৰিব পৰা নাছিলোঁ। লাহে লাহে বেচি ভাগৰ লাগিল, ঘূৰি ফুৰিব নোৱৰা হলোঁ; এখন তক্তাৰ তলত শুই পৰিলোঁ। মাটিত শুই থৈলাটোকে গাৰু কৰি লৈ হেম্পটনৰ কথা জপিবলৈ ধৰিলোঁ।

পুৱাই সাৰ পাই দেখোঁ, মই এটা জাহাজ-ঘাটত শুই আছোঁ। তেতিয়াও ভোকত তং নাই। কুলীবিলাকে জাহাজত মাল উঠুৱা নমোৱা কৰিছে। মই কেপ্টেইনৰ ওচৰলৈ গৈ জাহাজত কাম কৰিম বুলি ক'লোঁ। তেওঁ মোৰ প্ৰতি সদয় হ'ল। ময়ো কুলীবিলাকৰ লগত জাহাজৰ পৰা মাল নমাবলৈ ধৰিলোঁ। কাম কৰি শেষ কৰাৰ পিচত অলপ বানচ পালোঁ। তেতিয়াই তাৰে খোৱা বস্তু কিনিলোঁ। তেনেকুৱা সুখৰ খোৱা মোৰ জীৱনত আৰু হোৱা নাই।

মোৰ কাম দেখি কেপ্টেইন বৰ সন্তুষ্ট হ'ল। তেওঁ মোক

আৰু কাম দিব খুজিছিল। মই সন্মত নহ'লোঁ।' যি বানচ পাইছিলোঁ, তাৰে কেৱল খোৱা মুঠিহে চলিছিল, ঘৰৰ ভাড়া দিবলৈ নাটিছিল। সেই কাৰণেই তাকৰকৈ খাইছিলোঁ, আৰু ৰাতি সেই তক্তাৰ তলত শুইছিলোঁ। এই উপায় কৰি কিছু ধন ৰাখিব পাৰিলোঁ। তাৰে পৰাই হেম্পটন চহৰলৈ যোৱাৰ সম্বল গোটালোঁ।

এই ঘটনাৰ বহুত দিনৰ মূৰত, ৰিচমণ্ডৰ নিগ্ৰো অধিবাসীবিলাকে মোক এবাৰ নিমন্ত্ৰণ কৰি অভ্যৰ্থনা কৰিছিল। সেই অভ্যৰ্থনা উৎসৱত প্ৰায় দুহেজাৰ নিগ্ৰো মতা-মাইকী উপস্থিত আছিল। ঘটনাক্ৰমে সেই কাঠৰ তক্তাৰ ওচৰতে এটা ঘৰত মোক তেওঁলোকে অভ্যৰ্থনা কৰে। সকলো মানুহেই অতি আগ্ৰহেৰে মোক অভিবাদন কৰিছিল। মই কিন্তু সেই বিপুল অভ্যৰ্থনাত একান্ত মনেৰে যোগ দান দিব নোৱাৰিলোঁ। ৰিচমণ্ডলৈ অহাৰ প্ৰথম দিনৰ কথা মোৰ ঘনে ঘনে মনত পৰিবলৈ ধৰিলে। মই সেই তক্তাৰ কথা এক মুহূৰ্তও পাহৰিব পৰা নাছিলোঁ। সেই এদিন, আজি এদিন!

কেপ্টেইনক ধন্যবাদ দি মই আকৌ হেম্পটনলৈ যাত্ৰা কৰিলোঁ। হাতত তেতিয়া মাথোন ১৷৷৹ পুঁজি আছিল।

হেম্পটনৰ বিদ্যামন্দিৰৰ বাহিৰৰ ভাগ দেখিয়েই মই ৰোমাঞ্চিত হ'লোঁ। সি স্কুল নহয়—যেন ৰাজপ্ৰাসাদ! এই বিৰাট অট্টালিকাই মোৰ মনত এক নতুন জগতৰ বাতৰি আনি দিলে!

সেই ধুনীয়া ঘৰটো দেখি মই যেন নতুন জীৱন লাভ কৰিলোঁ। সকলো নতুন বোধ হ'ল। আনন্দত মই আপ্লুত হ'লোঁ। মই সঁচাসচিকৈয়ে সেই চিৰবাঞ্ছিত স্বৰ্গৰাজ্যত উপস্থিত হ'লোঁহি!

মই অকণো সময় নষ্ট নকৰি লৰালৰিকৈ স্কুলৰ কৰ্তৃপক্ষৰ ওচৰত হাজিৰ হ'লোঁ। প্ৰধান শিক্ষয়িত্ৰীয়ে মোৰ সাজপাৰ দেখি যোগ্য ছাত্ৰ বুলি বিবেচনা নকৰা যেন পালোঁ। অথচ মোক খেদায়ো নিদিলে। মই তেওঁৰ ওচৰতে ঘূৰি পকি থাকিলোঁ।

নানা ৰকমে তেওঁক মোৰ যোগ্যতাৰ চিনাকি দিবলৈ চেষ্টা কৰিলোঁ। ইতিমধ্যতে অনেক নতুন নতুন ল'ৰা আহি মোৰ চকুৰ আগতে ভৰ্ত্তি হ'ল। মই একেবাৰেই হতাশ হৈ পৰিলোঁ। তথাপিও আশা নেৰিলোঁ।

অৱশেষত শিক্ষয়িত্রী মোৰ ওপৰত সদয় হ'ল। তেওঁ ক'লে, "সেইটো সোটা আছে, কোঠাটো সাৰি পেলোৱাচোন।"

মই বুজিলোঁ—এয়ে মোৰ পৰীক্ষা। এই পৰীক্ষাত উত্তীর্ণ হ'ব পাৰিলেই মোৰ ৰক্ষা। বাকনাৰ চাহাবৰ ঘৰত যি শিক্ষা লাভ কৰিছিলোঁ, সেই শিক্ষা এতিয়া মোৰ কামত লাগিল। মই অতি আনন্দ-মনেৰে কোঠা চাফ কৰাত লাগি গলোঁ।

কোঠাটো তিনিবাৰ সাৰিলোঁ। ওচৰতে এখন ঝাৰণ বা মেজ চাফ কৰা কাপোৰ আছিল। সেইখন জোকাৰি ল'লোঁ। তাৰ পিচত য'ত যি ধূলি-বালি আছিল, তাক পৰিষ্কাৰ কৰিলোঁ। ইয়াৰ পিচত এখন এখনকৈ বেঞ্চি, মেজ, চ'কি, ড্ৰুৱাৰ, খিৰিকী প্ৰভৃতি য'ত যি বস্তু পালোঁ সকলোবোৰ জাৰি চাফচিকুণ কৰিলোঁ। কাম শেষ কৰি শিক্ষয়িত্রীক জনালোঁ। তেওঁ এজনা 'ইয়াঙ্কী' মহিলা আছিল। তেওঁ সকলোবোৰ বস্তু ভালকৈ চকুফুৰাই চালে। প্ৰথমতে তেওঁ আঙুলি দি মেজখন পৰিষ্কাৰ হৈছে নে নাই চালে; তাৰ পিচত ৰুমালেৰে চ'কিত কিবা ধূলি-বালি আছেনে নাই তাকো পৰীক্ষা কৰিলে। তেওঁ ক'তো একণো মলি নেপালে। মই পৰীক্ষাত পাচ হ'লোঁ।

মোৰ বোধেৰে বিশ্ববিদ্যালয়ত সোমাওঁতেও কোনো ল'ৰাই ইমান টান পৰীক্ষা দিব নেলাগে। হাৰ্ভাৰ্ড আৰু ইয়েল বিশ্ববিদ্যালয়ত সোমাওঁতে অনেকে লেঠাত পৰে বুলি শুনিছোঁ। যিবিলাক ল'ৰাই প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ হাৰ্ভাৰ্ড আৰু ইয়েল কলেজত পঢ়িবৰ নিমিত্তে চাৰ্টিফিকেট পায় তেওঁলোকে বোধ কৰোঁ, মোৰ সেই দিনাৰ আনন্দৰ আভাস কিছু কিছু পায়। পিচত ময়ো ডাঙৰ ডাঙৰ

কেইবাটাও পৰীক্ষাত উত্তীর্ণ হৈছোঁ। কিন্তু সেই পৰীক্ষাৰ ওপৰতে মোৰ জীৱনৰ ভৱিষ্যত নির্ভৰ কৰিছিল। এনে ধৰণৰ অগ্নি-পৰীক্ষাত মই আৰু কেতিয়াও পৰা নাছিলোঁ।

মোৰ পৰীক্ষা-কর্ত্রীৰ নাম আছিল কুমাৰী মেৰী এক-মেকী। মই নিজৰ খৰচত পঢ়িম বুলি কোৱাত তেওঁ মোক স্কুলৰে খানসামাৰ কাম কৰিবলৈ দিলে। সকলোবোৰ ঘৰ চোৱাই মোৰ প্ৰধান কাম আছিল। তাৰ উপৰিও পুৱাতে উঠি জুই ধৰি চৌকা প্ৰভৃতি জ্বলাই দিব লগাত পৰিছিল। খাটনি বেচি আছিল বুলিও যি ধন পাইছিলোঁ, তাৰে মোৰ সকলো খৰচ চলিছিল।

কুমাৰী মেকী মোৰ আইৰ দৰে স্নেহশীলা আছিল। তেওঁৰ সাহায্যত আৰু উৎসাহত মই অনেক উপকাৰ পালোঁ। তেওঁৰ উপকাৰ মই এই জীৱনত পাহৰিব নোৱাৰোঁ। তেওঁক মই মোৰ জীৱনৰ অন্যতম গঠন-কর্ত্রী বুলি বিবেচনা কৰোঁ।

ইয়াতে আৰু এজন বগা পুৰুষৰ লগত মোৰ পৰিচয় ঘটে। তেতিয়াৰে পৰা তেওঁ মোৰ হৃদয়-সিংহাসন অধিকাৰ কৰি আছে। তেওঁৰ চৰিত্ৰই মোৰ জীৱনৰ আদর্শস্বৰূপ। তেওঁৰ দৃষ্টান্ত সম্মুখত ৰাখিয়েই মই এই বিশাল কৰ্ম্মক্ষেত্ৰত আগুৱাব পাৰিছোঁ। সেই উদাৰ স্বভাৱ, মহাপ্ৰাণ, পৰোপকাৰী মহাপুৰুষৰ নাম—সেনাপতি চেমুৱেল ডি, আর্মষ্ট্ৰং।

সৌভাগ্যক্ৰমে মই য়ুৰোপ, আমেৰিকা প্ৰভৃতি দেশৰ বহুত জনাশুনা মানুহক দেখিছোঁ, আৰু তেওঁলোকৰ লগত চিনাজনা আছে। প্ৰকৃত ডাঙৰ মানুহ, আৰু তথাকথিত ডাঙৰ মানুহ—এই দুই ৰকমৰ ডাঙৰ মানুহকে মই দেখিছোঁ। কিন্তু আজি মই মুক্তকণ্ঠে স্বীকাৰ কৰিছোঁ, যে সেনাপতি চেমুৱেল আর্মষ্ট্ৰঙৰ দৰে চৰিত্ৰবান, ধৰ্ম্মভীৰু, মানৱ-সেৱক আজিলৈকে দেখা নাই। তেৱেঁই মোৰ চিন্তাৰাজ্যৰ 'একমেবাদ্বিতীয়ং' মহাবীৰ।

গোলামপটীৰ ঘিণলগা জীৱন, আৰু কয়লাৰ খনিৰ দুখ ভোগ

কৰাৰ পিচতে, এই মহাপুৰুষৰ লগত চিনাজনা মোৰ পক্ষে পৰম সৌভাগ্যৰ কথা। প্ৰথম যি দিনাই তেওঁক দেখিলোঁ, অতৰ্কিতে তেওঁৰ ভৰিত মোৰ মূৰ দোঁ খালে। তেতিয়াই বুজিলোঁ, তেওঁ এজন অসাধাৰণ গুণসম্পন্ন মানৱ-সেবক। যিমানেই তেওঁক দেখিছোঁ, তিমানেই তেওঁ মোৰ ভক্তি আকৰ্ষণ কৰিছে। মৰণকাল পৰ্য্যন্ত তেওঁ মোৰ পৰম আত্মীয়স্বৰূপ আছিল।

বয়সৰ লগে লগে মোৰ অভিজ্ঞতা এই যে, 'মানুহ গঢ়িবৰ নিমিত্তে কিতাপ পঢ়াৰ আৱশ্যকতা বেচি নাই। কিতাপ-পত্ৰ, কাকত, লাইব্ৰেৰী আদি নিৰ্জীৱ সঁজুলিয়ে মানুহ গঢ়িব নোৱাৰে। হেম্পটন চহৰৰ পৰা যদি কোনোবাই স্কুলৰ ঘৰ-বাৰী, পুথি-পাঁজি, ইটা-কাঠ, সঁজুলি, মেজ-চকি, সকলো লৈ যায়, তেনেহলেও সেই স্কুলৰ একো হানি নহয়। কিয়নো, সেই স্কুলৰ প্ৰাণদাতা, সেই স্কুলৰ পিতাস্বৰূপ পৰিচালক মহোদয় অকলেই এনেবোৰ সঁজুলিতকৈ বেচি মূল্যবান্। তেওঁৰ ওচৰলৈ নিগ্ৰো ল'ৰাবিলাক দিনটোত এবাৰ আহিব পাৰিলেই, তেওঁলোকৰ উচ্চশিক্ষাৰ সুফল ফলিব। ময়ো কওঁ, প্ৰকৃত চৰিত্ৰবান, সমাজসেৱক, শিক্ষাপ্ৰচাৰকৰ লগত সহবাস কৰিলে, যিমানখিনি চৰিত্ৰ গঠন হয়, মনৰ তেজ বাঢ়ে, চিত্তৰ শক্তি বিকশিত হয়, কাম কৰিবৰ মন যায়, আন কোনো উপায়েৰেই তিমান খিনি নহয়। সেই হে কওঁ, কিতাপ পঢ়াতকৈ 'মানুহ' পঢ়া ভাল।

তেওঁ মৰাৰ আগতে ছমাহমান সময় মোৰ টাস্কেগী বিদ্যালয়ত কটাইছিল। তেতিয়া তেওঁ পক্ষাঘাত বেমাৰত ভুগিছিল। গোটেই শৰীৰ শিথিল হৈ গৈছিল। তথাপিও জীৱনৰ শেষ মুহূৰ্ত্ত পৰ্য্যন্ত তেওঁ শিক্ষাপ্ৰচাৰ ব্ৰতত লাগি আছিল। কামত এনেকৈ মন পুতি লাগি থাকিব পৰা মানুহ সংসাৰত বিৰল। কিন্তু আৰ্মষ্ট্ৰঙে কামত নিজকে ডুবাই ৰাখিছিল। পৰসেৱাই তেওঁৰ জীৱনৰ ব্ৰত আছিল। হেম্পটন স্কুলৰ দৰে তেওঁ টাস্কেগী স্কুলতো থাকিছিল।

তাৰ উপৰিও তেওঁ যি যি নিগ্রো-সমাজত শিক্ষা-বিস্তাৰৰ প্রয়োজন আছিল, তেনে ঠাইতো আত্মশক্তি প্রয়োগ কৰিছিল। সকলো কামতে তেওঁ সমানে আনন্দ পাইছিল। তেওঁ নিজকে বিসর্জ্জন দিবলৈ শিকিছিল—আদর্শৰ মাজত তন্ময় হ'ব পাৰিছিল। সেই কাৰণেই সকলো ঠাইতে তেওঁ স্বার্থত্যাগৰ কর্ম্মক্ষেত্র বিচাৰি লৈছিল।

আর্মষ্ট্রং এজন 'ইয়াঙ্কী' আছিল। যোৱা যুদ্ধত তেওঁ দক্ষিণ অঞ্চলৰ বিপক্ষে যুদ্ধ কৰিছিল। তথাপিও তেওঁ দক্ষিণ অঞ্চলৰ চাহাবসকলৰ প্রতি হিংসাভাব নেৰাখিছিল। বৰং যিমান পাৰে তেওঁলোকৰ উপকাৰ হে কৰিছিল।

হেম্পটন স্কুলৰ ল'ৰাবিলাকে তেওঁক দেৱতাৰ দৰে ভক্তি আৰু পূজা কৰিছিল। তেওঁৰ আদেশ সকলোৱে নতশিৰে পালন কৰিছিল। তেওঁৰ কাম কৰিবলৈ পালে আমি নিজকে নিজে কৃতার্থ মানিছিলোঁ। টাস্কেগীত থাকোঁতে তেওঁ পক্ষাঘাত বেমাৰত লৰচৰ কৰিব নোৱৰা হৈছিল। তেওঁ বহা চকীখন এবাৰ এটা পাহাৰৰ ওপৰলৈ তোলা হৈছিল। তেওঁৰ এজন পুৰণি ছাত্রই সেই চকীখন টানি নিছিল। বাটটো বেয়া আছিল। শেষত যেতিয়া চকীখন পাহাৰৰ ওপৰত তোলা হ'ল, তেওঁ আনন্দ মনেৰে ক'বলৈ ধৰিলে, "আজি মোৰ পৰম সৌভাগ্য যে, সেনাপতিৰ নিমিত্তে মৃত্যুৰ আগতে এটা কাম কৰিবৰ সুবিধা পালোঁ।"

মই হেম্পটন স্কুলত থাকোঁতে প্রায়েই নতুন ল'ৰা সেই স্কুলত ভর্ত্তি হ'বলৈ গৈছিল। লাহে লাহে ব'র্ডিঙত ল'ৰা নধৰা হৈ পৰিল। বাহিৰত ল'ৰাৰ নিমিত্তে তম্বু ত'ৰিব লগাত পৰিল। এদিন সেনাপতিয়ে পুৰণি ল'ৰাবিলাকক আহি সুধিলে, "তোমা-লোকৰ কোনোবাই তম্বুত শুই নতুন ল'ৰাবিলাকক ঘৰ এৰি দিবা নে?" এই কথা শুনা মাত্রকেই প্রত্যেক ল'ৰাই নিজ কোঠা এৰি দি সেই জাৰকালি-ৰাতি তম্বুত শুইছিলগৈ।

সেই ল'ৰাৰ ভিতৰতো ময়ো এজন আছিলোঁ। মোৰ এতিয়াও

মনত আছে, কেইবা বাৰো সেই দৰে জাৰত কঁপি কঁপি সেই তম্বুৰ তলত ৰাতি কটাইছিলোঁ। আমাৰ যথেষ্ট কষ্টও হৈছিল, তথাপিও সেনাপতিৰ আদেশ মানি চলিবলৈ ভাল পাইছিলোঁ। এইদৰেই একে সময়তে আমি দুটা কাম কৰিছিলোঁ—সেনাপতিৰ আদেশ মানিছিলোঁ আৰু আন পিনে নতুন ল'ৰাবিলাকক শিক্ষা লাভৰ সুবিধা দিছিলোঁ। কেতিয়াবা কেতিয়াবা জাৰকালি বতাহত তম্বুটোও উৰি গৈছিল ; আমি মুকলি ঠাইতে ৰাতি কটাইছিলোঁ। পিচদিনা পুৱাই সেনাপতিয়ে আমাক চাবলৈ আহিছিল। তেওঁৰ হাঁহিমুখ দেখি ৰাতিৰ সকলো দুঃখকষ্ট তেতিয়া পাহৰি পেলাইছিলোঁ।

সেনাপতি আৰ্মষ্ট্ৰঙৰ কথা ইমান বহলাই কোৱাৰ অৰ্থ আছে। মই সকলোকে জনাব খোজোঁ যে, এনে এজন চৰিত্ৰবলত বলীয়ান শিক্ষা-প্ৰচাৰকৰ কঠোৰ চেষ্টাতেই নিগ্ৰো-সমাজত জ্ঞানৰ পোহৰ সোমাইছে। সেই মহাত্মাৰ আদৰ্শ লৈয়েই অনেক শিক্ষিত বগা মানুহে নিগ্ৰো-সমাজত শিক্ষাবিস্তাৰ-ব্ৰত গ্ৰহণ কৰি আমাৰ ভাই-সকলক উন্নতিৰ পথলৈ তুলিছে। জগতত এই নীৰব নিস্বাৰ্থ কৰ্ম্মবীৰ সকলৰ জীৱন-চৰিত এতিয়াও প্ৰকাশ হোৱা নাই।

হেম্পটনত প্ৰতি দিন, প্ৰতি কামতে, প্ৰতি চলন-ফুৰণতে মই অনেক নতুন কথা শিকিছিলোঁ। কেনেকৈ যথাসময়ত নিয়মিত ৰূপে খাব লাগে, কেনেকৈ মেজৰ ওপৰত কাপোৰ পাৰি তাত থাল-বাটি থ'ব লাগে, কেনেকৈ গা ধুব লাগে, কেনেকৈ কোন বস্তুৰ পিচত কোন বস্তু খাব লাগে, কেনেকৈ দাঁত ঘঁহিব আৰু বিছনা-চাদৰ পাৰিব লাগে—এইবোৰ কথা মই প্ৰথম তাতে শিকিলোঁ।

হেম্পটনতেই মই প্ৰথমেই গা ধুবলৈ শিকোঁ। গা ধুলে যে শৰীৰ আৰু মন ভালে থাকে, এই কথা আগেয়ে নেজানিছিলোঁ। তেতিয়াৰে পৰা মই নিতৌ গা ধোওঁ। মাজে মাজে নানা ঠাইত আলহী থাকিব লগাত পৰোঁ। সেইবোৰ ঠাইত গা-ধোৱাৰ একো দিহা নাথাকে। তেনে অৱস্থাত মই নৈত গা ধুই আহোঁ।

তেতিয়াৰে পৰা মই সকলো ঠাইতে নিগ্ৰোবিলাকক গা ধুবলৈ উপদেশ দি আহিছোঁ।

হেম্পটনত মোৰ বানিয়ন ছুটাহে আছিল। কোনোটোত মলি হ'লে, ৰাতিয়েই চাবোন সানি চাফ কৰি জুইত শুকুৱাই লৈ পুৱা তাকে পিন্ধোঁ।

হেম্পটনৰ ব'ৰ্ডিঙত খোৱা-খৰচ মাহে ৩০৲ টকা লাগিছিল। খানসামাৰ কাম কৰি যি ধন পাইছিলোঁ, তাৰ উপৰিও মাহে আৰু কিছু ধন নগদ দিব লগা হৈছিল। প্ৰথমেই নাম লগাওঁতে মোৰ হাতত ১৷৴০ অনাহে আছিল। কেতিয়াবা কেতিয়াবা জন ককাই-দেৱেও ছুইচাৰি টকা পঠিয়াইছিল। তথাপিও সেই ধনেৰে মোৰ খৰচ নচলিছিল। গতিকে মই খানসামাৰ কামকে ইমান ভালকৈ কৰিবলৈ ধৰিলোঁ যে, খোৱা খৰচৰ সকলো টকা দৰমহা স্বৰূপেই পাইছিলোঁ। স্কুলৰ মাছুল বছৰি ২১০৲ টকা লাগিছিল। ইমানখিনি ধন যোগাৰ কৰা মোৰ পক্ষে বৰ টান কামেই আছিল। আৰ্মষ্ট্ৰং চাহাবৰ অনুৰোধত তেওঁৰ এজন বন্ধুৱে মোৰ মাছুলখিনি দিছিল। সেইজন বন্ধুৰ নাম এচ, গ্ৰিফিথ্ চ্ মৰগেন। মই টাস্কেগীত থাকোঁতে এই মহাত্মা মোৰ তালৈ কেইবাবাৰো গৈছিল।

হেম্পটনত কিতাপ আৰু কাপোৰৰ অভাৱ বৰকৈ অনুভৱ কৰিছিলোঁ। সময়ত আন ল'ৰাৰ পৰাই কিতাপ ধাৰে আনিছিলোঁ, কিন্তু কাপোৰ পাবলৈ নাই! মোৰ যি অলপ কাপোৰ আছিল, তাৰে কোনোমতে নচলে। বিশেষকৈ সেনাপতি মহাশয়ে ল'ৰা-বিলাকৰ কাপোৰৰ ওপৰত বৰ চোকা দৃষ্টি ৰাখিছিল। জোতাত ৰং দিয়া নেদেখিলে, চোলাত বুতাম নাথাকিলে, কাপোৰত দাগ লগা দেখিলে, তেওঁ বৰ খঙ কৰিছিল।

মোৰ চোলা এটাহে আছিল। তাৰেই খানসামা কাম কৰি স্কুল-লৈকো আহিব লগাত পৰিছিলোঁ। দিনৰ দিনটো একেটা চোলাকে পিন্ধি, তাক চাফ-চিকুণকৈ ৰখা বৰ টান। মোৰ এনে দুৰৱস্থা দেখি

শিক্ষক সকলৰ দয়া হ'ল। তেওঁলোকে খেলাৰ পৰা পুৰণি চোলা এটা মোক উলিয়াই দিলে। এনে ধৰণৰ পুৰণি চোলাবোৰ যুক্তৰাজ্যৰ ইয়াঙ্কী অঞ্চলৰ পৰা দুখীয়া ল'ৰাবিলাকলৈ পঠিওৱা হয়। কাপোৰৰ এনে ব্যৱস্থা নথকা হ'লে, মোৰ দৰে দুখীয়া ল'ৰাই বিদ্যালাভৰ পৰা বঞ্চিত হ'লহেঁতেন। ইমান দিন মাটিত ফটাকানি এসোপা পাৰি শোৱাই মোৰ অভ্যাস আছিল। হেম্পটনত কিন্তু প্ৰত্যেক ল'ৰাৰে দুখনকৈ বিছনা চাদৰ আছিল। দুখন চাদৰৰ ব্যৱহাৰ মই একো নুবুজিছিলোঁ। প্ৰথম ৰাতি দুখন বিছনা-চাদৰকে পাৰি তাৰ তলত সোমাই শুইছিলোঁ। পিচ দিনা হে ভুল বুজিব পাৰিলোঁ।

মোৰ লগতে আৰু কেইবাজনো ল'ৰা আছিল। তেওঁলোকে মোৰ অৱস্থা দেখি বোধ কৰোঁ হাঁহিছিল। কিন্তু সেই দিনা কোনেও একো নক'লে। পিচদিনা তেওঁলোকক দেখিহে দুখন বিছনা-চাদৰৰ ব্যৱহাৰ বুজিলোঁ। তেতিয়াৰে পৰা এখন তলত পাৰি এখন গাত লওঁ।

সেই স্কুলত মোতকৈ স'ৰু ল'ৰা আন কোনো নাছিল। অনেক আদ্‌বয়সীয়া মতা-মাইকীয়েও পঢ়াশুনা কৰিছিল। সেই সময়ত স্কুলত প্ৰায় চাৰিশ ছাত্ৰ আৰু ছাত্ৰী আছিল। পঢ়াশুনাত সকলোৰেই আগ্ৰহ আছিল। অনেকৰ পঢ়াশুনা কৰাৰ বয়স পাৰ হৈ গৈছিল। তেওঁলোকে কিতাপ বা পঢ়া মনত ৰাখিব নোৱাৰিছিল ;. তথাপিও তেওঁলোকে পাৰেমানে চেষ্টা কৰিছিল। নাই! তথাপিও তেওঁলোক অকণো বিচলিত নহৈছিল।

তেওঁলোকৰ ইমান আগ্ৰহ, উৎসাহ, অধ্যৱসায়, আৰু কঠোৰ সাধনাত ব্ৰতী হোৱাৰ বিশেষ কাৰণো আছিল। তেওঁলোক সকলোৰেই নিজ পৰিয়াল আৰু নিজ জাতিক উন্নত কৰিবলৈ উঠি পৰি লাগিছিল। তেওঁলোকৰ কোনোৰেই নিজৰ সুখৰ নিমিত্তে নাভাবিছিল। তেওঁলোকে সদায় পৰৰ কথা,: ভৱিষ্যত বংশধৰ

সকলৰ কথা, আৰু গোটেই নিগ্ৰোজাতিৰ কথা ভাবিছিল। সেই কাৰণেই লাজ, মান আৰু ভয় তেওঁলোকৰ কাষ চাপিব নোৱাৰিছিল।

আমাৰ চাহাব শিক্ষক আৰু শিক্ষয়িত্ৰীৰ কথা নো কি লিখিম? তেওঁলোকে নিগ্ৰোজাতিৰ নিমিত্তে যি ত্যাগ স্বীকাৰ কৰিছে আৰু চৰিত্ৰবল দেখুৱাইছে, সেই কাহিনীয়ে সভ্যতা-বুৰঞ্জীত অতি ওখ ঠাই অধিকাৰ কৰিব। মোৰ দৃঢ় বিশ্বাস, অতি সোনকালেই যুক্তৰাজ্যৰ দক্ষিণ অঞ্চলত সেইসকলৰ স্বাৰ্থত্যাগ, পৰোপকাৰ, মানৱসেৱা আৰু শিক্ষাপ্ৰচাৰৰ পুণ্য কাহিনী প্ৰচাৰিত হ'ব।

---

# চতুৰ্থ অধ্যায়

## হেম্পটনত জীৱন গঠন আৰু পৰোপকাৰ

চাওঁতে চাওঁতেই হেম্পটন স্কুলত এবছৰ কটালোঁ। গৰমৰ বন্ধ আছিল। সকলো ল'ৰা নিজ নিজ ঘৰলৈ গুলাল। কিন্তু মই যাওঁ কেনেকৈ—হাতত পইচা এটাও নাই। মই মহা বিপদত পৰিলোঁ। স্কুলত থাকিবৰো সুবিধা নাই।

এটা বাহিৰা পুৰণি চোলা আছিল। ভাবিলোঁ, ইয়াকে বেচি ঘৰলৈ যাম। ঘৰলৈ যাবলৈ পইচা নাই বুলি কাকো জানিবলৈ নিদিলোঁ। কোনো মতে বিচাৰি এটা গ্ৰাহক পালোঁ। তেওঁ মোৰ চোলাটো চাবলৈ আহিল। দাম কৰিলোঁ ৯৲ টকা। তেওঁ চোলাটো ভালকৈ লুটিয়াই বগৰাই চাই নিলাজ ভাৱে ক'লে, "এটা কথা কওঁ শুনা; চোলাটো এতিয়া মই নিওঁ, দাম সম্প্ৰতি দহ পইচা লোৱা, বাকীখিনি লাহে লাহে দি থাকিম।" তেওঁৰ কথা শুনি মই কপালে মূৰে হাত দিলোঁ।

মোৰ বিশ্বাস আছিল, কোনোমতে হেম্পটন এৰিব পাৰিলেই কাম পাম। কিন্তু হেম্পটনকে সহজে এৰিব নোৱাৰোঁ। ইপিনে ব'ৰ্ডিঙৰ পৰা ছাত্ৰ আৰু শিক্ষকসকল গুচি গ'ল। মই অকলে পৰি থাকিলোঁ। মোৰ আৰু দুখৰ সীমা নেথাকিল।

সি যি হওক, শেষত এখন চাহৰ দোকানৰ এটা কাম পালোঁ। বানচ তেনেই কম। কিন্তু লিখা-পঢ়াৰ সময় যথেষ্ট পাইছিলোঁ। গৰমৰ বন্ধটো কোনো মতে এইদৰেই কটালোঁ। গৰমৰ বন্ধৰ সময়ত মই স্কুলত প্ৰায় ৫০৲ টকা দিব লগীয়া আছিল। ভাবিছিলোঁ কাম কৰি সেই টকাৰে ধাৰ মাৰিম। বন্ধ অন্ত হ'ল, টকাৰো ধাৰ নমৰিল।

এদিন দোকানৰ এটা কোঠাৰ মেজৰ তলত এখন ৬০৲ টকাৰ নোট হেৰা পালোঁ। তেতিয়া মোৰ আনন্দ চাই কোনে? নোট-খন মেনেজাৰৰ ওচৰলৈ লৈ গ'লোঁ। মনেতে ভাবিলোঁ, অন্ততঃ কিছু তেওঁ দিব। কিন্তু তেওঁ গহীনাই উত্তৰ দিলে—"ময়ে সেই খিনিতে বহি কাম কৰোঁ, এতেকে নোটখন ময়ে পাব লগীয়া," এই বুলি কৈয়েই তেওঁ নোটখন জেপত সুমাই থ'লে।

ইমান দুখত পৰিলে হতাশ হ'বৰে কথা। মই কিন্তু হতাশা কাক বোলে ক'ব নোৱাৰো। এতিয়ালৈকে জীৱনৰ কোনো অৱস্থাতেই নিৰাশা কেনেকুৱা জনা নাই। যেতিয়াই যি কামত হাত দিওঁ, মোৰ বিশ্বাস থাকে, সেই কামত কৃতকাৰ্য্য হ'মেই। গতিকে যি বিফলতাৰ আলোচনা কৰে তেওঁৰ লগত মোৰ মত নিমিলে। কৃতকাৰ্য্য কেনেকৈ হোৱা যায়, এই কথা যি বুজাই দিব পাৰে, মই তেওঁৰে ভক্ত।

বন্ধৰ পিচত আকৌ স্কুললৈ গলোঁ। স্কুলৰ কৰ্ত্তৃপক্ষক সুধিলোঁ, "ধাৰ শোধ কৰিবৰ ক্ষমতা মোৰ এতিয়াও হোৱা নাই। গতিকে মই পুনৰাই স্কুলত পঢ়িব পাৰিম নে?" সেই স্কুলৰ খাজাঞ্চিৰ নাম আছিল 'সেনাপতি মাৰ্চ্ছেল'। তেওঁ মোক ক'লে, "বাৰু আৰু এবছৰৰ কাৰণে তোমাক ল'লোঁ। তোমাৰ যেতিয়াই সুবিধা হয়, তেতিয়াই ধাৰ মাৰিবা।" এই বছৰো আগৰ বছৰৰ দৰেই খানসামাগিৰি কৰিয়েই পঢ়িবলৈ ধৰিলোঁ।

কিতাপ পঢ়াৰ উপৰিও মই হেম্পটনত নানা উপায়েৰে বেচি শিক্ষা লাভ কৰিছিলোঁ। দ্বিতীয় বছৰত মই শিক্ষকসকলৰ স্বাৰ্থ-ত্যাগ আৰু চৰিত্ৰবল দেখি মোহিত হৈছিলোঁ। তেওঁলোকে নিজৰ কথা নেভাবি কেৱল পৰৰ কথাকে ভাবিছিল। যি আনক নানা উপায়েৰে সুখী আৰু কৰ্ম্মী কৰি তুলিব পাৰিছে, তেওঁৰ সমান সুখী আৰু এই সংসাৰত নাই। যি অতি পৰোপকাৰী, তেওঁ অতি সুখী। এই শিক্ষা মোৰ জীৱনত কেতিয়াও পাহৰা নাই।

হেম্প্টনত মই নানা ৰকমৰ ভাল ভাল পশুপক্ষী, জীৱজন্তুৰ বিষয়েও যথেষ্ট জ্ঞান লাভ কৰিছিলোঁ। যি ল'ৰাই সৰুৰে পৰা জীৱজন্তুৰ গতিবিধি, অভ্যাস, স্বভাৱ, খোৱা-বোৱা, ৰোগ ঔষধ আদি জানিবৰ সুবিধা পায়, তেওঁ ডাঙৰ হ'লে সেই বিষয়ত এজন পকা ওস্তাদ হয়। সেই বিদ্যাই তেওঁক জীৱনত অনেক সহায় কৰে।

দ্বিতীয় বছৰত বাইবেল শাস্ত্ৰ পঢ়াই মোৰ প্ৰধান শিক্ষা হৈছিল। কেৱল ধৰ্ম্মশাস্ত্ৰ বুলিয়েই নহয়, সাহিত্য হিচাপেও সকলোৱেই বাইবেলখন পঢ়া উচিত। আজিকালি কামৰ হেঁচাতো মই প্ৰতিদিন বাইবেলখনৰ দুই এক অধ্যায় নপঢ়াকৈ নেৰোঁ। বাইবেলৰ উপকাৰিতা সম্বন্ধে মই 'কুমাৰী লৰ্ড'ৰ পৰা বিশেষ শিক্ষা পাইছিলোঁ। তেওঁৰ ওচৰৰত মই আৰু এটা কাৰণত ধৰুৱা। মই কিছু বক্তৃতা দিবও জানো। আন কি সাহিত্য জগতত মই এজন বক্তা বুলিও বিখ্যাত। বক্তৃতা দিয়াৰ ক্ষমতা মোক কুমাৰী লৰ্ডেই শিক্ষা দিছিল। কেনেকৈ উশাহ নিশাহ ল'ব লাগে, কেনেকৈ শব্দ উচ্চাৰণ কৰিব লাগে, কেনেকৈ শব্দত জোৰ দিব লাগে—এই এটাইবোৰ বক্তৃতাৰ আনুষঙ্গিক কথা মই তেওঁৰ পৰাই শিকোঁ।

কেৱল বাক্‌যুদ্ধ বা কথাৰ মেৰপাক দেখুৱাই ধন্যবাদ ল'বৰ নিমিত্তে মই বক্তৃতা দিবলৈ অভ্যাস কৰা নাই—আৰু তেনে বক্তৃতা মই কেতিয়াও দিয়াও নাই। স'ৰুৰে পৰা মই পৰসেৱাত জীৱন পাত কৰিম বুলি ভাবিছিলোঁ। জগতৰ বিদ্যাভাণ্ডাৰ আৰু কৰ্ম্মকেন্দ্ৰবোৰৰ পুষ্টি সাধন কৰিবলৈ মোৰ বৰ আকাঙ্ক্ষা আছিল। মনতে ভাবিছিলোঁ, যদি কোনো উপায়েৰে জগতৰ কিবা উপকাৰ কৰিব পাৰোঁ, বা কোনো অনুষ্ঠান আৰম্ভ কৰি তাত সফলতা লাভ কৰিব পাৰোঁ, তেনেহলে সেই বিষয়ে জনসমাজৰ দৃষ্টিও আকৰ্ষণ কৰিব লগাত পৰিব। এইদৰেই সদনুষ্ঠানৰ প্ৰচাৰ, সৎকৰ্ম্মৰ বিস্তাৰ আৰু সদ্‌ভাবৰ প্ৰসাৰ আদি কামৰ নিমিত্তেই মই বক্তৃতা দিবলৈ শিকিছিলোঁ—কেৱল মুখৰ মহিলাআৰি লোকৰ প্ৰশংসা ল'বৰ নিমিত্তে নহয়।

হেম্পটনত কেইবাখনো আলোচনা সমিতি আছিল। প্ৰতি শনিবাৰে সন্ধ্যাপৰত সেইবোৰৰ অধিবেশন বহিছিল। ইয়াৰ বাহিৰেও মই আৰু এখন সমিতি খুজিছিলোঁ। ৰাতি খোৱাৰ পিচত ২০ মিনিটমান সময় এনেয়ে নষ্ট হয়। ল'ৰাবিলাকে গল্প কৰি সময়খিনি কটায়। ২০।২৫ জন ল'ৰা মিলি সেই সময়খিনি ব্যৱহাৰ কৰিবৰ নিমিত্তে এখন আলোচনা সমিতি খোলা গ'ল।

দ্বিতীয় বছৰৰ গৰমৰ বন্ধ আহিল। এই বাৰ মোৰ আৰ্থিক অৱস্থা ভালেই আছিল; বিশেষকৈ আয়ে আৰু ককাইদেৱে কিছু ধন পঠিয়াই দিছিল। তাৰ উপৰিও শিক্ষক এজনে অনুগ্ৰহ কৰি কেইটামান টকা দিছিল। এই বাৰ আনন্দ মনেৰে ঘৰলৈ ওলালোঁ।

ঘৰ পায়েই দেখোঁ, লোণৰ কল বন্ধ, কয়লাৰ খনিত কাম নাই; কুলিবিলাকে ধৰ্ম্মঘট কৰিছে।

যেতিয়াই কুলিবিলাকে দুই তিনি মাহৰ খোৱাৰ খৰচ ৰাহি কৰিব পাৰে তেতিয়াই সিহঁতে কাম এৰি মহাজনক বিপদত পেলায়। সেই সাঁচতীয়া ধন খৰচ কৰি পুনৰ কামত সোমায়। এইদৰেই অনেক কুলী ধাৰত পোত খায়। তেতিয়া আগৰ একো ওজৰ আপত্তি নুতুলি কোনো মতে কাম এটা পালেই ৰক্ষা পৰে। মুঠৰ ওপৰত ধৰ্ম্মঘট কৰি কুলীবিলাকৰ হে বিশেষ ক্ষতি হয়। অনেক সময়ত কৰ্ত্তৃপক্ষ সকলেও অনেক কুলীক কামত পুনৰ সুমুৱাই নলয়। তেনে অৱস্থাত সিহঁতে ধাৰ কৰি ধন আনি কাম বিচাৰি আন ঠাইলৈ যাবলৈ বাধ্য হয়। মোৰ বিশ্বাস কিছুমান হুজুগ-প্ৰিয় আন্দোলনকাৰীৰ হাতত পৰিয়েই সিহঁতৰ দশা এনে হয়। ইয়াৰ বাহিৰে সেই ধৰ্ম্মঘটৰ আন একো অৰ্থ বিচাৰি নেপাওঁ।

মোক দেখিয়েই ঘৰত সকলোৰে আনন্দ মিলিল। আমাৰ গাৱঁৰ সকলো মানুহেই তেওঁলোকৰ ঘৰত এসাজ এসাজ ভাত

খাবলৈ মাতিলে। ময়ো তেওঁলোকৰ আগত হেম্পটনৰ বিষয়ে নানা গল্প কৰিবলৈ ধৰিলোঁ।

তাৰ বাহিৰেও ধৰ্ম্মমন্দিৰত, ৰবিবাৰে স্কুলত আৰু আন আন কেইবাঠাইতো বক্তৃতা দিব লগাত পৰিলোঁ। দিন কেইটা ভাল-ৰূপেই গ'ল। যি কেইদিন ঘৰত থাকোঁ, কাম কৰিবৰ মন গ'ল। কিন্তু ধৰ্ম্মঘটৰ কাৰণে ক'তো কাম এটাও নেপালোঁ।

এদিন কাম বিচাৰি বহু দূৰ পৰ্য্যন্ত গ'লোঁ। কিন্তু ক'তো কাম নেপালোঁ। উভতি আহোঁতে ৰাতি হ'ল। বাটতে ভগা এটা ঘৰত ৰাতিটো শুই থাকিলো। ৰাতি তিনিমান বজাত ককায়ে মোক তাতে জগালেগৈ। ৰাতিয়েই মোৰ আই ঢুকাল বুলি তেওঁ বাতৰি দিলে।

আইৰ মৃত্যু-বাতৰি পাই বৰ শোক পালোঁ। আয়ে বহুত দিনৰ পৰা ভুগি আছিল। ইমান সোনকালে যে তেওঁ আমাক এৰি যাব, মই সেই কথা সপোনতো ভবা নাছিলোঁ। অন্তিমকালত তেওঁক সেৱা কৰিবৰ মোৰ বৰ আকাঙ্ক্ষা আছিল। শেষত তাৰ পৰাও বঞ্চিত হ'লোঁ। তেওঁৰ উৎসাহ আৰু আগ্ৰহতে মই লিখাপঢ়া কৰিব পাৰিছিলোঁ। তেওঁৰ অভাৱত মই বৰ দুখ পালোঁ। এনে দুখ আৰু মই আগেয়ে কেতিয়াও পোৱা নাছিলোঁ। ইয়াৰ পিচত মই আন নানা দুখকো দুখ বোলা নাই।

আইৰ মৃত্যুৰ পিচতেই আমাৰ ঘৰ ভাগিল। ভনীজনী স'ৰু; তাই কোন পিনে কি কৰিব? কেতিয়াবা এমুঠি খাবলৈ পাওঁ, কেতিয়াবা সিও নহয়। তাৰ ওপৰত মোৰ চাকৰি নাই। এই দুখৰ দিনত ৰাফ্‌নাৰ পত্নীয়ে মোক এটা কাম দিছিল। তেওঁৰ কাম কৰিয়েই মই হেম্পটনলৈ যোৱাৰ খৰচটো উলিয়ালোঁ। ককাইদেৱেও দুটামান চোলা গোটালে।

স্কুল খুলিবলৈ আৰু তিনি সপ্তাহ বাকী, এনেতে আমাৰ প্ৰধান শিক্ষয়িত্ৰী কুমাৰী মেকীৰ পৰা এখন চিঠি পালোঁ। তেওঁ মোক

সোনকালে গৈ ঘৰবাৰীবোৰ চাফ ৰাখিবলৈ মাতিছিল। তেওঁৰ চিঠি পাই মই বৰ সুখী হ'লোঁ আৰু পলম নকৰি হেম্পটনলৈ যাত্ৰা কৰিলোঁ।

সেইখিনি পায়েই দেখোঁ, কুমাৰী মেকীয়ে নিজ হাতেৰেই ঘৰ-দুৱাৰ চকী মেজ আদি সকলোবোৰ চাফ কৰিব লাগিছে। তেওঁৰ কাম দেখি মোৰ ভুটা শিক্ষা হ'ল। অতি সম্ভ্ৰান্ত বংশীয়া আৰু উচ্চশিক্ষিতা ভদ্ৰমহিলায়ো সাধাৰণ বন্দি-বেটীৰ দৰে শাৰীৰিক পৰিশ্ৰম কৰিবলৈ লাজ নকৰে! কোনো প্ৰতিষ্ঠানৰ কৰ্ত্তা বা পৰিচালক হোৱা মুখৰ কথা নহয়। তেনে কামত যথেষ্ট দায়িত্ব আছে। কুমাৰী মেকীৰ দায়িত্বজ্ঞান প্ৰবল আছিল। স্কুল বহাৰ আগতে সকলো কাম শেষ কৰি থ'ব লাগে বুলি তেওঁ জানিছিল। কোনো কামত শৃঙ্খলা নাথাকিলে তেওঁক সকলোৱে নিন্দা কৰিব—তেওঁ এই কথা মনত লৈ চলিছিল।

তেতিয়াৰে পৰা নেতাৰ কৰ্ত্তব্য আৰু যোগ্যতা সম্বন্ধে মোৰ যথেষ্ট জ্ঞান হয়। কি ধনী কি নিৰ্ধনী, কি উচ্চ কি নীচ, সকলোৰেই নিজ হাতে পৰিশ্ৰম কৰিবলৈ শিকা উচিত। কুমাৰী মেকীৰ দৃষ্টান্তই মোৰ এই ধাৰণা বদ্ধমূল কৰিছিল।

হেম্পটনত মোৰ এই বছৰ শেষ বছৰ। মই অতি পৰিশ্ৰম কৰি পঢ়াশুনা কৰিবলৈ ধৰিলোঁ। যথাসময়ত মই 'অনাৰ' পাচ কৰিলোঁ। সকলোৱেই এই 'পাচ'ত গৌৰৱ অনুভৱ কৰিবলৈ ধৰিলে। মোৰ তেতিয়া ১৬ কি ১৭ বছৰ বয়স। মই হেম্পটনত থকা তিনি বছৰত যিখিনি শিক্ষা লাভ কৰিলোঁ সেয়ে মোৰ ভৱিষ্যত জীৱনৰ সম্বল হ'ল। মই হেম্পটনৰ গ্ৰেজুয়েট হ'লোঁ; চাৰ্টিফিকেট্ পালোঁ। ইপিনে হাতত এটা পইচা নোহোৱাত পৰিল। এটা হোটেলত এটা চাকৰি পালোঁ। এজনৰ পৰা কিছু টকা ধাৰ কৰি সেই হোটেললৈ গ'লোঁ।

মোৰ বিদ্যাবুদ্ধি দেখি হোটেলৰ কৰ্ত্তাই মোক পৰিবেশনৰ ভাৰ

দিলে। মই সেই বিষয়ে তেনেই অনভিজ্ঞ আছিলোঁ। এদিন কেইজনমান ভাণ্ডৰ মানুহ সেই হোটেলত খাবলৈ বহিছিল। মই পৰিবেশনৰ একো নিয়ম-প্ৰণালী নেজানো দেখি, মোৰ ওপৰত তেওঁলোকৰ খঙ উঠিল। তেওঁলোকে মোক মাৰিবলৈ আহিল। মই ভয়তে কাম এৰি দি গুচি আহিলোঁ। তেওঁলোক মেজৰ ওচৰতে বহি থাকিল। মই তেওঁলোকক একোকে খাবলৈ নিদিলোঁ।

এই ঘটনাৰ পিচত মই আকৌ তল খাপৰ বেহাবাৰ কাম কৰিব লগীয়াত পৰিলোঁ। লাহে লাহে পৰিবেশনৰ কামো শিকিলোঁ। পিচত পৰিবেশনৰ ভাৰ আকৌ মোৰ হাতত পৰিল। যি হোটেলতে মই এতিয়া খানসামাগিৰি কৰিছোঁ, সেই হোটেলত এদিন মই পইচা খৰচ কৰি আলহী আছিলোঁ। সংসাৰত এনে পৰিবৰ্ত্তন সদায় ঘটিবই লাগিছে।

হোটেলৰ কাম এৰি মই ঘৰলৈ গ'লোঁ। আমাৰ তাত নিগ্ৰো-স্কুলৰ এজন শিক্ষক নিযুক্ত হ'লোঁ। এতিয়াহে মোৰ সুখৰ দিন আৰম্ভ হ'ল। কিয়নো এতিয়াহে মই নিগ্ৰোবিলাকৰ নিমিত্তে কাম কৰিবৰ কাৰণে উপযুক্ত বুলি বিবেচিত হ'লোঁ। ইমান দিনৰ পিচতহে মই নিজৰ গাৱঁৰ মানুহৰ উন্নতি কৰিবৰ নিমিত্তে সুযোগ পালোঁ।

প্ৰথমতেই বুজিলোঁ, কেৱল কেইখনমান কিতাপ পঢ়ালেই নিগ্ৰোবিলাক 'মানুহ' নহ'ব। সিহঁতৰ সমস্ত জীৱনটো নতুন ভাবে গঢ়িব লাগিব। সেই কাৰণেই ৰাতিপুৱা ৮ৰ পৰা ৰাতি ১০ পৰ্য্যন্ত খাটিবলৈ ধৰিলোঁ। স্কুলত পঢ়োৱাৰ বাদেও গাওঁফুৰা আৰু গাওঁচোৱা মোৰ প্ৰধান কাম আছিল। মই ল'ৰাবিলাকৰ ঘৰে ঘৰে যাবলৈ ধৰিলোঁ। মই সিহঁতক গা ধুবলৈ, কাপোৰ নিকা কৰিবলৈ, দাঁত মাজিবলৈ আৰু চুলি অতাবলৈ উপদেশ দিবলৈ ধৰিলোঁ। তাৰ বাহিৰেও নিজ হাতেৰে সিহঁতক অনেক কাম কৰিবলৈ শিকাইছিলোঁ। এইবিলাক কামৰ উপকাৰিতাও সিহঁতক

বুজাইছিলোঁ। এই উপায়েৰে অতি সহজেই নিগ্ৰো গাওঁবিলাকত স্বাস্থ্যৰক্ষা আৰু শৰীৰ পালনৰ নিয়মবোৰ প্ৰচাৰ হ'বলৈ ধৰিলে। দাঁত-মজা আৰু গা-ধোৱা সম্পৰ্কে মই প্ৰায়েই সিহঁতৰ আগত বক্তৃতা দিছিলোঁ। যি দিনৰ পৰাই নিগ্ৰোবিলাকে দাঁত মাজিবলৈ আৰম্ভ কৰিলে, সেই দিনাই সিহঁতে উন্নতি জখলাৰ প্ৰথম খোপত ভৰি দিলে।

গাৱঁত মতা-তিৰোতা সকলো মানুহেই লিখাপঢ়া শিকিবলৈ মন মেলিলে। দিনত সিহঁতে নানা ঠাইত কাম কৰি পেটৰ ভাত মোকলাইছিল; সেই কাৰণেই সিহঁতৰ নিমিত্তে মই 'ৰাতিৰ স্কুল' স্থাপন কৰিলোঁ। প্ৰথমৰ পৰাই সেই স্কুলত ছাত্ৰৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ৫০ বছৰীয়া মানুহৰো পঢ়াত ধাউতি দেখি মই আচৰিত হলোঁ।

গাৱঁৰ ভিতৰতে এটা লাইব্ৰেৰী আৰু এখন আলোচনা সমিতি পাতিলোঁ। ইয়াৰ বাহিৰেও ৰবিবাৰে কৰিব লগীয়া কেইবাটাও কাম হাতত ললোঁ। নিজৰ স্কুলত পঢ়োৱাৰ বাহিৰেও, তিনি মাইলমান আঁতৰত আৰু এখন স্কুলত ৰবিবাৰেও পঢ়াবলৈ ললোঁ। তাৰ বাহিৰেও কেইবাটা ল'ৰাকো সিহঁতৰ ঘৰতে পঢ়াবলৈ ধৰিলোঁ। এইবোৰ কামৰ বাবে স্কুলৰ তহবিলৰ পৰা সামান্য বানচো পাইছিলোঁ। কিন্তু আচল কথা ক'বলৈ গ'লে, মই ধনৰ লোভত এনে কাম কৰা নাছিলোঁ। নিগ্ৰোসমাজৰ উন্নতিৰ কাৰণেই মই ইমানবোৰ কাম আনন্দমনেৰে হাতত লৈছিলোঁ।

মোৰ পঢ়াদিনত মোৰ ককাইদেউ 'জনে' কয়লাৰ খনিত কাম কৰিয়েই ঘৰ চলাইছিল। মোক সাহায্য কৰিবৰ নিমিত্তে তেওঁ পঢ়াশুনা একোকে নকৰিছিল। গতিকে মই এতিয়া তেওঁক হেম্পটনলৈ পঠাবলৈ যত্ন কৰিলোঁ। তিনি বছৰ পঢ়ি তেৰেঁা হেম্পটনৰ বিদ্যা শেষ কৰিলে। এতিয়া তেওঁ টাস্কেগীস্কুলৰ শিল্প-বিভাগৰ পৰিচালক। 'জন' তাৰ পৰা ঘূৰি অহাত, দুয়ো মিলি আমাৰ

তোলনীয়া ভাই 'জেমচ'কো শিক্ষাৰ নিমিত্তে হেম্পটনলৈ পঠালোঁ। তেৰোঁ শিক্ষা সাং কৰি ইয়াতে এটা ডাকঘৰত কাম ল'লে।

মোৰ প্ৰথম বছৰটো ( ১৮৭৭ চন ) এই দৰেই গ'ল। এই সময়তে আমেৰিকাৰ চাহাব সকলৰ মাজত কেইবাটাও গুপ্ত সমিতি গঠিত হৈছিল।

তেওঁলোকে লাহে লাহে নিগ্ৰোজাতিক ৰাষ্ট্ৰীয় অধিকাৰ নিদিবৰ কাৰণেই কামে-কাজে লাগি গ'ল। এই সমিতিবোৰৰ নাম আছিল, 'কু-ক্লুক্‌চ-ক্লেন'।

গোলামীৰ যুগত এনে সমিতি বহুত আছিল। সেই সমিতিৰ সভ্যসকলে ৰাতি নিগ্ৰোবিলাকৰ মহলে মহলে ঘূৰি পহৰা দিছিল। নিগ্ৰোবিলাকে কিবা গুপ্ত পৰামৰ্শ কৰিছে নে নাই, কোনোবা ক'ৰবালৈ পলাই গৈছে নে নাই এইবোৰ কথাৰ সম্ভেদ লৈছিল। সেইবোৰ সমিতিৰ দৰে এই 'কু-ক্লুক্‌চ-ক্লেন' সমিতিবোৰে ৰাতি আমাৰ ওপৰত গুপ্তচৰৰ কাম কৰিছিল। আমাৰ ৰাষ্ট্ৰীয় উন্নতিৰ যে অকল তেওঁলোক বিৰোধী আছিল এনে নহয়। তেওঁলোকৰ উপদ্ৰৱত আমাৰ ধৰ্ম্মমন্দিৰ, বিদ্যামন্দিৰ আদি অনুষ্ঠানবোৰ তিষ্ঠিব নোৱাৰিছিল। আচলতে আমাৰ কোনো কামেই তেওঁলোকৰ দিনত নিৰাপদ নাছিল। তেওঁলোকৰ হাতত বহুত নিগ্ৰোৱেও প্ৰাণ দিয়ে। এবাৰ এখন সৰুসুৰা যুদ্ধও হৈছিল। সেই যুদ্ধত ক'লা বগা ছুয়ো বিধৰ প্ৰায় ২০০৷২৫০ মানুহে কাজিয়া কৰিছিল। সেই যুদ্ধত ভাল ভাল অনেক মানুহ আহত হৈছিল। মোৰ পুৰণি মালিক জেনাৰেল ৰাকনাৰে আমাৰ পক্ষ লৈ সিহঁতৰ লগত তৰ্ক কৰিছিল। লাভৰ ভিতৰত সিহঁতৰ গটাগুটলিত জেনাৰেল ৰাকনাৰে প্ৰাণ এৰিলে। আমাৰ নিমিত্তেই সেই সাধুপুৰুষৰ প্ৰাণ গ'ল। 'কু-ক্লুকচ'ৰ দিন আৰু এতিয়া নাই। দক্ষিণ অঞ্চলৰ বগা আৰু ক'লাৰ মাজত প্ৰীতিভাবে দেখা দিলে।

---

# পঞ্চম অধ্যায়

## যুক্তৰাজ্যত নতুন যুগ

১৮৬৭ চনৰ পৰা ১৮৭৮ চনলৈকে এইখিনি সময়ক যুক্তৰাজ্যত নতুন যুগ বুলিব পাৰি। এইখিনি কালৰ ভিতৰতে মই শিক্ষা শেষ কৰি ভাৰ্জ্জিনিয়াত শিক্ষকতা কৰিছিলোঁ। এই যুগত নিগ্ৰোসমাজত দুটা প্ৰধান পৰিবৰ্ত্তন দেখা গ'ল। প্ৰথমতে লেটিন আৰু গ্ৰীক শিকিবৰ নিমিত্তে তেওঁলোকৰ বৰ আগ্ৰহ দেখা গ'ল, দ্বিতীয়তে লিখাপঢ়া শিকি চাকৰি কৰিবলৈ তেওঁলোক উত্ৰাৱল হ'ল।

ইমান দিন গোলামি কৰাৰ পিচত তেওঁলোকে যে শিক্ষাৰ আচল অৰ্থ বুজিব নোৱাৰিছিল, ই স্বাভাৱিক। সি যি হওক, এই যুগতে প্ৰত্যেক গাৱঁতে নানা ধৰণৰ স্কুল স্থাপন হ'বলৈ ধৰিলে। সেইবিলাকৰ ছাত্ৰছাত্ৰীৰ সংখ্যাও কম নাছিল। ৬০।৭০ বছৰীয়া বুঢ়া-বুঢ়ীয়েও আনন্দমনেৰে লিখাপঢ়া কৰিবলৈ ধৰিলে। তেওঁলোকে ভাবিছিল যে, স্কুলত পঢ়িলে পৰিশ্ৰম কৰিব নালাগে, অফিচত কেৰাণী কাম পালেই সুখেৰে দিন নিয়াব পাৰিব। তেওঁলোকৰ মতে লেটিন আৰু গ্ৰীক নাজানিলে মানুহ পণ্ডিত হ'ব নোৱাৰে। আন কি সেই সময়ত মাৰো তেনে ধাৰণাই আছিল।

অলপ লিখাপঢ়া শিকিয়েই সকলো মানুহ শিক্ষক আৰু ধৰ্ম্ম-প্ৰচাৰক হ'বলৈ ওলাল। আন কি নিজৰ নামটো চহি কৰিব নোৱাৰা মানুঁহো অনেক ঠাইত শিক্ষক নিযুক্ত হ'ল। এবাৰ এজন মানুহে মোৰ স্কুলত পণ্ডিতৰ কাম বিচাৰি আহিছিল। মই তেওঁক সুধিলোঁ, "ডাঙৰীয়া, পৃথিৱীৰ আকাৰ সম্বন্ধে আপুনি ল'ৰাইঁতক কি শিকাব কওকচোন।" তেওঁ তেতিয়াই উত্তৰ দিলে, "পৃথিৱী ঘূৰণীয়া

নে চেপেটা, সেই বিষয় লৈ মূৰ ঘমোৱাৰ একো আৱশ্যক নাই। সেই বিষয়ে স্কুলৰ কৰ্ত্তাৰ যি মত, ময়ো সেই মতকে ল'ৰাহঁতক শিক্ষা দিম।" সেই সময়ত শিক্ষক সকলৰ অৱস্থা এনেকুৱাই আছিল।

ধৰ্ম্মপ্ৰচাৰক সকলৰ অৱস্থা আৰু বেয়া আছিল। অতি মূৰ্খ আৰু চৰিত্ৰহীন মানুহে ধৰ্ম্মপ্ৰচাৰকৰ দল বঢ়াইছিল। যোগ্যতা থাকক, নেথাকক, সকলোৱেই ভাবিছিল—মই এজন ভগবানৰ আদিষ্ট পুৰুষ। চাওঁতে চাওঁতে অনেক নিগ্ৰোৱেই এনে ধৰণৰ ভগৱানৰ আদেশ পাবলৈ ধৰিলে।

লাহে লাহে স্কুলৰ ল'ৰা কমিবলৈ ধৰিলে। এদিন গৈ তাৰ কাৰণ সোধাত জানিব পাৰিলোঁ যে, সিহঁতে 'আদেশ' পাই ধৰ্ম্মগুৰুৰ কামত নিযুক্ত হৈছে।

এদিন গিৰ্জ্জাঘৰত বহি উপাসনা কৰিছোঁ, এনেতে হঠাৎ মাতবোল নোহোৱাকৈ এজন মানুহ ধাচ্ কৰে মাটিত পৰি গ'ল। বহুত পৰ তেওঁ সেইদৰেই ৰ'ল। তেতিয়াই প্ৰচাৰ হৈ পৰিল যে তেওঁ আদেশ পাইছে! তাৰ পিচতেই তেওঁ এজন ধৰ্ম্মগুৰু হ'ল! এনে ধৰণৰ গুৰু প্ৰতি গাৱঁতে আছিল। আৰু এইদৰে প্ৰতি সপ্তাহত দুই চাৰিজনে আদেশ পাইছিল।

সেই বয়সত ভগবানৰ আদেশ পাওঁ বুলি মোৰো যথ ভয় হৈছিল। ঈশ্বৰৰ ইচ্ছা, তেনে আদেশ আৰু নেপালোঁ। এটা ধৰ্ম্মমন্দিৰৰ কথা এতিয়াও মনত আছে। সেই মন্দিৰৰ উপাসনাকাৰী আছিল ২০০০ জন, অথচ প্ৰচাৰকৰ সংখ্যা আছিল ১৮ জন।

এতিয়া আৰু সেই আদেশভ-পৰা ধৰ্ম্মপ্ৰচাৰকৰ দিন নাই। ধৰ্ম্মৰ অৱস্থা আগতকৈ বহুত উন্নত হৈছে। আশা কৰোঁ ৩০।৪০ বছৰৰ ভিতৰত ধৰ্ম্মৰ অৱস্থা আৰু টনকিয়াল হ'ব। এতিয়া অনেকে ধৰ্ম্মপ্ৰচাৰকৰ কাম এৰি দি খেতি-বাতিত লাগিছে। অনেক শিক্ষিত আৰু চৰিত্ৰবান মানুহ ধৰ্ম্মকাৰ্য্যত ব্ৰতী হৈছে। শিক্ষাবিভাগতো শিক্ষিত আৰু চৰিত্ৰবান মানুহৰ সংখ্যা দিনক দিনে বাঢ়িছে।

যুক্তৰাজ্য প্ৰতিষ্ঠাৰ দিনত আমাৰ মানুহবিলাকে সকলো বিষয়তে যুক্তৰাজ্যৰ দৰবাৰৰ মুখলৈ চাইছিল ; কিয়নো যুক্তৰাজ্যৰ চৰকাৰেই আমাক স্বাধীন কৰি দিছিল। তেওঁলোকে প্ৰায় দুশ বছৰ আমাক গোলাম খটুৱাই সকলো বিষয়তে উন্নত হৈছে। গোলামৰ তেজেৰেই যুক্তৰাজ্যৰ কৃষি, শিল্প আৰু ব্যৱসায় আদি শ্ৰীবৃদ্ধি হৈছে। আমাৰ তেজ-মঙহৰ ভেঁটিৰ ওপৰতেই চৰকাৰে সকলো প্ৰকাৰৰ অনুষ্ঠান প্ৰতিষ্ঠিত কৰিছে। তেনে স্থলত আমাক স্বাধীন কৰি দিয়েই তেওঁলোকে হাত সাবটি বহি থকা উচিত হোৱা নাই। আমাৰ স্বাধীনতা ঘোষণা কৰাৰ লগে লগে তেওঁলোকে আমি সকলো বিষয়তে খুটি খাব পৰাকৈ ব্যৱস্থা কৰাও উচিত আছিল। আমাৰ সমাজত যাতে শিক্ষাৰ বিস্তাৰ হয়, তাৰ বাবেও তেওঁলোকে যত্ন লোৱা উচিত আছিল। তাকে কৰা হ'লে, আমি এতিয়া কেচুৱাই মাকক বিচৰাৰ দৰে সকলো বিষয়তে তেওঁলোকলৈ আশা পালি থাকিব নালাগিলহেঁতেন। বৰ দুখৰ বিষয় যে, আমাৰ মানুহে এতিয়াও তেওঁলোকৰ মুখলৈকে চাই আছে। যুক্তৰাজ্যত শাসন-বিচাৰাদি কাম দুখন দৰবাৰত নিষ্পন্ন হয়। কিছুমান কাম প্ৰাদেশিক দৰবাৰবোৰেই কৰিব পাৰে। প্ৰাদেশিক দৰবাৰবোৰে এই সম্পৰ্কে সকলো বিষয়তে স্বাধীনতা ভোগ কৰে। আন পক্ষে কিছুমান বিষয় আছে, সেইবোৰত প্ৰাদেশিক দৰবাৰবোৰৰ একো হাত নাই। এইবোৰ কাৰ্য্যৰ ভাৰ দৰাচলতে 'ফেডাৰেল চৰকাৰ' বা যুক্তৰাজ্যৰ 'দৰবাৰ'ৰ ওপৰত। এতেকে 'ফেডাৰেল চৰকাৰে' যি কাম বা ব্যৱস্থা কৰে তাক সাধাৰণতে 'জাতীয়' বুলি ধৰা হয়।

মোৰ মনেৰে নিগ্ৰোসমস্যাও তেওঁলোকৰ জাতীয় সমস্যা ; কোনোমতেই প্ৰাদেশিক সমস্যা নহয়। নিগ্ৰোজাতিয়ে আজি ইমান দিন যি কাম কৰিলে, আমেৰিকাৰ সকলো প্ৰদেশতেই তাৰ সুফল ফলিছে। গতিকে নিগ্ৰোজাতিক মানুহ কৰিবৰ নিমিত্তে প্ৰাদেশিক দৰবাৰবিলাকক উপদেশ দিয়েই যুক্ত ৰাজ্যৰ দৰবাৰ নিশ্চিন্তে বহি

থকা উচিত হোৱা নাই। এতিয়াও প্ৰাদেশিক দৰবাৰে আমাৰ নিমিত্তে যি কৰিছে কৰোক ; কিন্তু সেই বুলি 'জাতীয় বিধান'ৰ পৰা আমালোকে ন্যায় আৰু ধৰ্ম্মমতে অনেক আশা কৰোঁ।

যুক্তৰাষ্ট্ৰীয় দৰবাৰে আমালোকৰ শিক্ষাৰ নিমিত্তে ৰাজ-তহবিলৰ পৰা বছৰে বছৰে কিছু টকা দিব পাৰিলেহেঁতেন, সেই দৰবাৰলৈ প্ৰতিনিধি পঠাবলৈ আমাক কিছু ৰাষ্ট্ৰীয় অধিকাৰ দিব পাৰিলে-হেঁতেন, সেই দৰবাৰেই ক'লা আৰু বগাৰ প্ৰভেদ গুচাবৰ নিমিত্তে যথাবিহিত কাম কৰিব পাৰিলেহেঁতেন। কিন্তু যুক্তৰাষ্ট্ৰীয় দৰবাৰে সেইবোৰ কাম কৰিবলৈ ভাল নেপালে বা নকৰিলে।

ফেডাৰেল চৰকাৰে আমাৰ প্ৰতি যি বিচাৰ কৰিলে সেই বিচাৰ আদিতে ভুল।

প্ৰথমতে তেওঁলোকে আমাক অশিক্ষিত বুলি আপত্তি কৰি সকলোবোৰ কাম বগা মানুহক দিলে। দ্বিতীয়তে, উত্তৰ অঞ্চলৰ মানুহে দক্ষিণ অঞ্চলৰ মানুহক অপমান দিবৰ কাৰণে অনেক সময়ত চাহাবৰ ওপৰত নিগ্ৰোক দায়িত্বপূৰ্ণ কাম দিছিল। মোৰ মনেৰে এই দুই ব্যৱস্থাই ভুল। এনে ব্যৱস্থাত আমালোকৰ হে বেচি ক্ষতি হোৱাৰ সম্ভাবনা। কিয়নো আমাৰ মানুহে ডাঙৰ কাম পাম বুলি আশা পালি কৃষিশিল্প প্ৰভৃতি ঘৰৰ কামবোৰ একেবাৰেই এৰি দিলে। সেইহে কওঁ এই ব্যৱস্থা বেচি দিন স্থায়ী নহয়।

ৰাজনৈতিক আন্দোলন বৰ মজাৰ আন্দোলন। অতি সামান্য বিদ্যা লৈয়েই নিগ্ৰোবিলাকে এই আন্দোলনৰ নেতা হ'বলৈ ধৰিলে। কিমান নিগ্ৰো যে, এইদৰেই প্ৰাদেশিক মন্ত্ৰণাসভাৰ সভ্য হৈছিল, তাৰ লেখজোখ নোহোৱা হ'ল। ময়ো এবাৰ এই 'হুজুগ'ত পৰিব খুজিছিলোঁ। ভাগ্যে ঈশ্বৰে ৰক্ষা কৰিলে।

সি যি হওক, লাহে লাহে অনেক নিগ্ৰোৱেই ৰাজনৈতিক আন্দোলনত যোগদান দিলে। কোনোৱে কোনোৱে অৱশ্যে অতি সুখ্যাতিৰে দায়িত্বপূৰ্ণ কামো চলাবলৈ ধৰিলে। কেইবাজন প্ৰদেশৰ

গৱর্ণৰ পর্য্যন্তও হৈছিল। তেওঁলোকে অতি সুখ্যাতিৰে কাম কৰি নাম ৰাখি থৈ গৈছে। তথাপিও বেচি ভাগ কৰ্ম্মচাৰীৰ মাজত অনেক ত্রুটি, অনেক অসম্পুর্ণতা দেখা গৈছিল। আজিকালি সেই-ৰোৰ দোষ আৰু ধৰা নপৰে। এতিয়া আমালোকে নিতান্ত মুৰ্খৰ দৰে কাম নকৰোঁ। যোৱা ৩০ বছৰৰ শিক্ষা আৰু অভ্যাসৰ ফলত নিগ্রোবিলাকে যথেষ্ট অভিজ্ঞতা লাভ কৰিছে।

মোৰ মনেৰে এতিয়া প্ৰত্যেক প্ৰাদেশিক ৰাষ্ট্ৰই যথাৰ্থ ন্যায়-সঙ্গত আইন প্ৰস্তুত কৰক। সেই আইন অনুসাৰে তেওঁলোকে ক'লা আৰু বগাৰ প্ৰভেদ তুলি দিয়ক ; জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে সক-লোকে সকলো কামৰ অধিকাৰ দিয়ক। তাকে কৰিলে সকলোৰে মঙ্গল—আমাৰ মঙ্গল, আৰু সমস্ত আমেৰিকাবাসীৰো মঙ্গল। যুক্ত-ৰাজ্যই যদি এনেবোৰ কাম কৰিবলৈ অৱহেলা কৰে, গোটেই ৰাজ্যত অচিৰেই কুলক্ষণে দেখা দিব। ৩০ বছৰৰ আগয়ে দাসত্ব প্ৰথা যেনে পাপ কাৰ্য্য বুলি বিবেচিত আছিল, মই কওঁ, আমাক এনে দোমোজাত এৰাও তেনে পাপ হৈছিল।

১৮৭৮ চনলৈকে, মই মেলডেনত দুবছৰ শিক্ষকৰ কাম কৰি ৱাচিংটন নগৰত ৮ মাহৰ কাৰণে আকৌ পঢ়াশুনা কৰিবলৈ গৈছিলোঁ। সেইখন স্কুলতো মই যথেষ্ট শিক্ষা লাভ কৰিলোঁ। এইখন স্কুলৰ শিক্ষা হেম্পটনতকৈ বেলেগ ধৰণৰ। ইয়াৰ ল'ৰা-বিলাকৰ পইচা আছিল ; সিহঁতে ভালদৰে সাজপাৰ পিন্ধিব জানিছিল, আৰু বেচি ভাগ ল'ৰায়েই বুদ্ধিমান আছিল। এই স্কুলৰ কেৱল মাত্র এটা দোষ আছিল—ইয়াত শিল্প বিভাগ নাছিল। সেই কাৰণেই ৱাচিংটনৰ ছাত্ৰবোৰ আত্মনিৰ্ভৰশীল নাছিল। জীবনৰ প্ৰকৃত ভেঁটী আত্মসম্মান, আত্মপ্রতিষ্ঠা আৰু আত্মশক্তি ও বিশ্বাসৰ ওপৰত ৱাচিংটনৰ ছাত্ৰবিলাকৰ চকু নাছিল। তেওঁলোকে গ্রীক লেটিন সম্বন্ধে বেচি শিক্ষা পাইছিল ; কিন্তু দৈনন্দিন জীৱনযাত্ৰাৰ প্ৰণালী সম্বন্ধে তেওঁলোক একেবাৰেই অজ্ঞ আছিল। এই স্কুলত ভাল

খাই, ভাল লৈ ছুদিনতে আলসুৱা হৈ পৰিছিল। আৰু সেই কাৰণেই সদায় সুখৰ চাকৰি বিচাৰি হাবাশাস্তি হৈছিল। হেম্পটনৰ ছাত্ৰৰ দৰে তেওঁলোকে গাৰৈ-ভুঞে ফুৰি কঠোৰ পৰিশ্ৰম কৰি পেটৰ ভাত মোকলাবলৈ বৰ টান পাইছিল।

মই যি কেইমাহ ৱাচিংটনত আছিলোঁ সেই সময়ত অনেক নিগ্ৰো সেই নগৰলৈ আহিছিল। প্ৰায় সকলো মানুহেই নিজৰ গাওঁ-ভূঁই এৰি নগৰলৈ আহিছিল। চহৰৰ বিলাস এৰি তেওঁলোক এতিয়া গাৱঁত থাকিব নোৱাৰাত পৰিছিল। কোনোৱে সৰু সৰু চাকৰি লৈয়েই তালৈ আহিছিল, কোনোৱে আকৌ যুক্ত-দৰবাৰত ডাঙৰ কাম পাবলৈকে খাপ লৈ আছিলহি। কোনো কোনোৱে মন্ত্ৰণা-সভাতো সভ্যৰূপে কাম কৰিছিল। মাননীয় ব্ৰুচ্ চিনেট সভাৰ সভ্য আছিল। এই এটাইবোৰ কাৰণৰ বাবেই ৱাচিংটন নগৰখন নিগ্ৰোবিলাকৰ কাৰণে এখন বৰ ৰম্য স্থান হৈ পৰিছিল। চাওঁতে চাওঁতেই নিগ্ৰোবিলাকে এখন বেলগ চহৰ পাতি পেলালে। সিহঁতৰ নিমিত্তে ঠায়ে ঠায়ে কেইবাখনো স্কুল পতা হ'ল। সেই স্কুলবোৰ আন ঠাইৰ স্কুলতকৈ অনেক গুণে ভাল হৈছিল। অনেক দিনলৈকে মই নগৰ চাই চিন্তি আমাৰ সমাজৰ গতিবিধি আৰু নৈতিক অৱস্থা বুজিবলৈ চেষ্টা কৰিছিলোঁ।

লাহে লাহে ডাঙৰ চহৰৰ কুফলবোৰে আমাৰ সমাজকো আক্ৰমণ কৰিবলৈ ধৰিলে। নিগ্ৰোবিলাকৰ মাজত ভাল মানুহ যে নাছিল এনে নহয়—কিন্তু বেচি ভাগেই অকামিলা আছিল। অনেকৰ বাবুগিৰি আৰু বিলাসিতা দেখি মই আচৰিত হৈছিলোঁ। মাহে ৩০৲।৩৫৲ নোপোৱা মানুহেও বাগীত উঠি ফুৰিবলৈ যোৱা হ'ল। মাহে ২০০৲।২৫০৲ পোৱা কৰ্ম্মচাৰীয়েও ধাৰ নকৰাকৈ ঘৰ চলাব নোৱাৰাত পৰিল। কালি যিজন জাতীয় সভাৰ সভ্য, আজি তেওঁৰ কাম নাই, আজি তেওঁৰ খাবলৈ নাই। এইদৰেই প্ৰতি কথাতে প্ৰতি কামতে তেওঁলোকে চৰকাৰৰ মুখলৈ চাইছিল।

চহৰত তেওঁলোকৰ অৱস্থা দেখি মোৰ সঁচাকৈয়ে বৰ বেজাৰ লাগিছিল। সময়ে সময়ে ভাবিছিলোঁ, মোৰ সাধ্য থকা হ'লে, মই কিবা মোহিনী মন্ত্ৰ জনা হ'লে, সকলোকে চহৰ একেবাৰে গাৱঁলৈ লৈ গৈ প্ৰকৃতিৰ কোমল কোলাত বহুৱাই দিলোহেঁতেন। আৰু তেওঁলোকেও গাৱঁত নিজহাতে খেতি-বাতি কৰি অতি সহজেই পেটৰ ভাত মোকলাব পাৰিলেহেঁতেন।

গাৱঁলীয়া খেতি-বাতি, গাৱঁলীয়া শিল্পই সকলো জাতিৰ সভ্যতাৰ প্ৰথম স্তৰ। প্ৰথম অৱস্থাতে গাৱঁলীয়া জীৱন কষ্টসাধ্য হব পাৰে, কিন্তু শেহত, অভ্যাসৰ ফলত এই জীৱনত সকলো উন্নতিয়েই সহজসাধ্য হৈ পৰে।

ৱাচিংটনত নিগ্ৰো-ছোৱালীবিলাকৰ অৱস্থা আৰু শোচনীয়। আগেয়ে অনেক তিৰোতাই কাপোৰ-কানি ধুই পেটৰ ভাত মোকলাইছিল। মাকহঁতক দেখি ছোৱালীবিলাকেও কাপোৰ-ধোৱা কাম ভালকৈ শিকিছিল। লাহে লাহে কাপোৰ ধুবলৈ এৰি ছোৱালীবিলাক পঢ়াশালিলৈ যাবলৈ ধৰিলে। পঢ়াশালিত তেওঁলোকে ৭।৮ বছৰ পঢ়িবলৈ ধৰিলে। পঢ়াশুনা কৰাৰ পিচত ছোৱালীহঁতক ভাল ভাল কাপোৰ-কানি, জোতা আৰু টুপী লগা হ'ল। লগে লগে আনুসঙ্গিক খৰচপাতিও বাঢ়ি আহিল। ইপিনে উপাৰ্জ্জনৰ ক্ষমতা একেবাৰেই নোহাৱা হ'ল। তেওঁলোকে গৃহস্থালিৰ কাম নজনা হ'ল; মাকহঁতৰ কাম কৰিবলৈ অপমান বোধ কৰা হ'ল; লাভৰ ভিতৰত বেচি ভাগেই ভ্ৰষ্টা হ'ল। কিতাপৰ বিদ্যাই তেওঁলোকৰ মূৰ খালে!

---

# ষষ্ঠ অধ্যায়

## আমেৰিকাৰ ক'লা আৰু বগা জাতি

মই ৱাচিংটনত পঢ়ি থাকোঁতেই, ৱেষ্ট্ ভার্জিনীয়া প্রদেশৰ পুৰণি ৰাজধানী হুইলিং এৰি, এখন নতুন ৰাজধানী পাতিবৰ নিমিত্তে এটা বৰ ডাঙৰ আন্দোলন চলিছিল। ব্যৱস্থাপক-সভাই তিনিখন নগৰৰ নাম কৰি তাৰে এখন বাচি লবলৈ মানুহ-বিলাকক আদেশ কৰিছিল। তাৰ ভিতৰত আমাৰ ঘৰৰ ওচৰৰ চার্লষ্টন নগৰ খনৰ নামো পৰিছিল। সেই নগৰৰ মানুহবিলাকেও চালষ্টনকে ৰাজধানী পাতিবৰ নিমিত্তে আন্দোলন চলাইছিল।

মই ৱাচিংটনৰ পৰা ছুটীত ঘৰলৈ গ'লোঁ। ঘৰত এখন চিঠি পালোঁ। চার্লষ্টন নগৰৰ চাহাব সকলে মোলৈ লিখি পঠাইছে— মই তেওঁলোকক সেই নগৰৰ নিমিত্তে ভোট গোটাই দিব লাগে। মই তেওঁলোকৰ হৈ তিনি মাহ গাৱেঁ-ভূঞে বক্তৃতা দি ফুৰিলোঁ। শেহত আমাৰে জয় হ'ল। চার্লষ্টন নগৰ ৱেষ্ট্ ভার্জিনিয়াৰ ৰাজধানী হ'ল।

আন্দোলনত যোগদান দিয়াত মোৰ নাম চাৰিওপিনে বৈ-বৈ গ'ল। অনেক মানুহেই মোক ৰাজনৈতিক আন্দোলনত যোগদান দিবলৈ অনুৰোধ কৰিবলৈ ধৰিলে। মই কিন্তু কাৰো অনুৰোধ ৰক্ষা নকৰিলোঁ।

মই জানো, মই ৰাজনৈতিক আন্দোলনত যোগদান দিয়া হ'লে, মই এজন ডাঙৰ মানুহ হব পাৰিলোহেঁতেন; মোৰ ভবিষ্যত তেনেই উজ্জ্বল হ'লহেঁতেন। কিন্তু মই কাৰো অনুৰোধ নেৰাখিলোঁ। ৰাজনৈতিক আন্দোলনত যোগদান দিব পৰা ক্ষমতাও

মোৰ যথেষ্ট আছিল। এনেবোৰ স্বাৰ্থপৰ কামত যোগ দিয়াতকৈ মই আমাৰ সমাজৰ উন্নতি কৰাটোহে ডাঙৰ কাম বুলি ভাবিছিলোঁ।

নিগ্রোবিলাকৰ শিক্ষা, কৃষি, শিল্প, ব্যৱসায় আদি একোৱে নাছিল। আন নেলাগে, আমেৰিকাত তেওঁলোকৰ মাটিবাৰী অথবা ঘৰ-সম্পত্তিও নাছিল। সেই কাৰণে মই তেওঁলোকৰ এই প্ৰাথমিক অভাববোৰ মোচন কৰাটোকে কৰ্ত্তব্য বুলি বিবেচনা কৰি আগৰ কামতে দিন নিয়াবলৈ ধৰিলোঁ।

এই সময়ত অনেক নিগ্রো ডেকাই উকীল, আৰু জাতীয় মহাসমিতি বা কংগ্ৰেচৰ সভ্য হৈছিল; আৰু লগে লগে ছোৱালীবিলাকো সঙ্গীতৰ শিক্ষয়িত্ৰী হৈছিল। কিন্তু এইবোৰ কামতো যে সাধনা লাগে, তাক তেওঁলোকে বুজি নেপাইছিল। সেই তপস্যা আৰু সাধনাত ব্ৰতী নহলে, কেৱল উচ্চ অভিলাষ থাকিলেও কাৰো উন্নতি নহয়।

এওঁলোকৰ ভাবগতি দেখি, মোৰ এটা গোলামীযুগৰ ঘটনা মনত পৰিল। এবাৰ এটা নিগ্রোৱে ছেতাৰ বজাবলৈ শিকিব খুজিছিল। সি তাৰ গৰাকীৰ ল'ৰাজনক মনৰ কথা ভাঙি ক'লে। সেই সঙ্গীত জনা ল'ৰাটোৱে বুজিলে যে, তাৰ দ্বাৰা সেই বিদ্যা লাভ কৰা অসম্ভব। তেওঁ তেতিয়া ৰং চাবৰ মনেৰে ক'লে, "জেক খুৰা! এটা কথা। মোক জানো তুমি মোৰ প্ৰাপ্য বানচ দিব পাৰিবা? মোৰ বানচৰ হাৰ এই—মই প্ৰথমটো গৎ শিকাবৰ নিমিত্তে ৯৲ টকা, দ্বিতীয়টোত ৬৲ টকা, আৰু তৃতীয়টোত ৩৲ টকা লওঁ। আৰু যিদিনা তোমাক ওস্তাদ কৰিম সেই দিনা মাত্ৰ ৸১০ লওঁ। এতেকে তুমি মাস্তি আছা নে কোৱা।" সেই ডেকা ল'ৰাটোৰ কথা শুনি নিগ্রোটোৱে উত্তৰ কৰিলে, "দেউতা! আপোনাৰ বানচৰ নিৰিখ মই ভালেই দেখিছোঁ, কিন্তু এটা কথা,—মোক প্ৰথমতে আপোনাৰ শেষৰ গৎটোকে শিকাই দিয়ক!"

সেই হে কওঁ, আমাৰ মানুহৰ ডাঙৰ চাকৰি কৰিবৰ আশাটো এই শেহৰ গৎ শিকা কামৰদৰেই হৈছে।

মই ম্যেলডেনতে শিক্ষকতা কৰিবলৈ ধৰিলোঁ। এদিন হেম্পটনৰ পৰা এখন চিঠি পালোঁ। সেনাপতি আৰ্মষ্ট্ৰঙে হেম্পটনৰ গ্ৰেজুৱেট সকলৰ আগত এটা বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰিছে। তেওঁৰ চিঠি পাই মই পৰম আনন্দিত হলোঁ। মই এই সন্মান লাভৰ যোগ্য হোৱা দেখি অলপ আচৰিতো হৈছিলোঁ। সি যি হওক, কেইদিন মানৰ ভিতৰতে এটা বক্তৃতা তৈয়াৰ কৰি পেলালোঁ। মোৰ আলোচ্য বিষয় আছিল 'বিজয় লাভৰ সতুপায়।'

এতিয়া হেম্পটনলৈ ৰেল খোলা হৈছে। মই গোটেইখিনি বাট ৰেলেৰে গ'লোঁ। ৫ বছৰৰ আগতে, মই কি কষ্টেৰে তালৈ গৈছিলোঁ আপোনালোকে জানেই। সেই অতীত আৰু বৰ্ত্তমান তুলনা কৰি মোৰ গা ৰোমাঞ্চিত হৈ আহিল। আজি মোৰ কি ভাগ্য! এই পাঁচ বছৰৰ ভিতৰতে এনে ভাগ্য পৰিবৰ্ত্তন কাৰাবাৰ হৈছে নে নাই মই ক'ব নোৱাৰোঁ।

হেম্পটনত মই যথেষ্ট আদৰ পালোঁ। স্কুলখনৰ এই কেবছৰৰ ভিতৰতে অনেক বিষয়তে উন্নতি দেখিলোঁ। আমাৰ সমাজত যিবোৰ অভাব বা অসম্পুৰ্ণতা আছিল, সেইবোৰ গুচাবৰ কাৰণেই সেনাপতি আৰ্মষ্ট্ৰং আৰু তেওঁৰ সহকাৰী শিক্ষক-শিক্ষয়িত্ৰী সকলে অহো-পুৰুষাৰ্থ কৰা দেখি মই নথৈ আনন্দ পাইছিলোঁ।

অনেক সময়ত দেখা যায় যে, শিক্ষা-প্ৰচাৰক সকলে সমাজৰ অৱস্থা বুজি শিক্ষাদানৰ ব্যৱস্থা নকৰে। তেওঁলোকে ১০০০ মাইল আঁতৰত কোনো দেশত যি শিক্ষা-প্ৰণালী প্ৰবৰ্ত্তিত হৈছে, বা যি শিক্ষা-প্ৰণালীয়ে ১০০ বছৰৰ আগেয়ে কোনো এক উন্নত সমাজত ভাল ফল দিছিল, সেই প্ৰণালীকে অবনত সমাজতো চলাব খোজে। তেওঁলোকে একেটা থাচতে উন্নত আৰু অবনত এই দুই সমাজৰ মানুহক গঢ়িব খোজে। প্ৰত্যেক জাতিৰ মানুহৰ যে, স্বভাৱ, বুদ্ধিবৃত্তি, প্ৰবৃত্তি আৰু ধাৰণা বেলেগ এই কথা তেওঁলোকে পাহৰি পেলায়। সেই কাৰণেই অনেক কৰ্ম্মবীৰে শিক্ষা বিস্তাৰৰ বাবে

যথেষ্ট পৰিশ্ৰম কৰিও সকলো সময়তে সুফল লাভ কৰিব নোৱাৰে। কিন্তু হেম্পটন স্কুলৰ কৰ্ত্তাসকল এনে প্ৰকৃতিৰ মানুহ নাছিল। তেওঁলোকে ছাত্ৰৰ বৈচিত্ৰ্য আৰু বিভিন্নতা বিষয়ে সকলো কামতে চকু ৰাখিছিল।

মোৰ বক্তৃতা শুনি সকলো আনন্দিত হ'ল। মই ঘৰলৈ উলটি আহি আকৌ নিজৰ কামত ধৰিলোঁ। ঘৰলৈ আহি সেনাপতিৰ পৰা আকৌ এখন চিঠি পালোঁ। তেওঁ মোক হেম্পটনত এটা শিক্ষকৰ কাম দিয়ে।

ইতিমধ্যতে মই মোৰ ভাই দুজন আৰু আমাৰ গাৱঁৰে চাৰিজনমান ল'ৰাক ভালৰূপে লিখাপঢ়া শিকাই হেম্পটনত পঢ়িবলৈ পঠাইছিলোঁ। তেওঁলোক অতি সহজেই হেম্পটনত স্কুলৰ ওপৰ শ্ৰেণীত ভৰ্ত্তি হৈছিল। সেই ল'ৰা কেইজনৰ স্বভাব-চৰিত্ৰ আৰু বিদ্যাবুদ্ধি দেখি সেনাপতি মোৰ ওপৰত বৰ সন্তুষ্ট হৈছিল; আৰু সেই কাৰণেই তেওঁ মোক তেওঁৰ স্কুলত শিক্ষকতা কৰিবলৈ মাতিছিল। মই যি কেইজন ল'ৰা হেম্পটনলৈ পঠাইছিলোঁ, তাৰে ভিতৰত এজন আজিকালি বোষ্টন নগৰৰ বিখ্যাত ডাক্তৰ। তেওঁ সেই স্কুলৰ শিক্ষাপৰিষদৰ এজন নামজ্বলা সভ্য। তেওঁৰ নাম ডাক্তৰ চেমুৱেল কাৰ্টনি।

সেই সময়ত আৰ্মষ্ট্ৰং মহাশয়ে আমেৰিকাৰ ৰঙা ইণ্ডিয়ান জাতিৰ ল'ৰাবিলাকক শিক্ষা-দীক্ষা দিবলৈ বৰ চেষ্টা কৰিছিল। সেই ৰঙা ইণ্ডিয়ান জাতিটোৱে লিখাপঢ়া কৰি যে, সভ্য হ'ব পাৰিব, এই ধাৰণা অনেকেই কৰিব নোৱাৰিছিল। তথাপিও সেনাপতি ডাঙৰীয়াই এই বিষয়ে পৰীক্ষা কৰিবলৈ দৃঢ়সংকল্প আছিল। তেওঁ ফেডাৰেল দৰবাৰৰ সহায়ত ১০০ বনৰীয়া ল'ৰা হেম্পটন স্কুললৈ লৈ আহিল। মই সিহঁতৰ ভৰণপোষণ আৰু পৰিচালনাৰ ভাৰ পালোঁ। এই কামৰ ভাৰ পাই মই বৰ সন্তোষ পালোঁ। ৱেষ্ট্ ভাৰ্জিনিয়াত মোৰ ইমান বেচি কাম আছিল যে, প্ৰথমতে মই এই কামলৈ

নাহিবই খুজিছিলোঁ। কিন্তু সেনাপতিৰ আদেশ পেলাব নোৱাৰি মই হেম্পটনলৈ আহিবলৈ বাধ্য হ'লোঁ।

প্রায় ৭৫ জনমান ল'ৰা মোৰ তত্ত্বাবধানত আছিল। মোৰ বাহিৰে তেওঁলোকৰ লগত আমাৰ স্বজাতৰ মানুহ কোনো নাছিল। মই প্রথমতে মোৰ কামত কৃতকাৰ্য্য হ'ম বুলি নাভাবিছিলোঁ। তাৰ কাৰণো আছিল। তেওঁলোকে স্বাধীন আছিল, অনেকে গোলামো ৰাখিছিল। গতিকেই তেওঁলোকে চাহাবক নামানিছিল আৰু আমাক এটা জাতি বুলি গণ্যকে নকৰিছিল। সেই কাৰণেই মই প্রথমে বৰ সাৱধান হৈ চলিব লগাত পৰিছিলোঁ। ইয়াৰ বাহিৰেও সেনাপতিৰ এই চেষ্টা মিছা হ'ব বুলি সকলোৱে ভাবিছিল।

অতি অলপ দিনৰ ভিতৰতে মই তেওঁলোকৰ বন্ধু হৈ পৰিলোঁ। মই বুজিলোঁ তেওঁলোকো মানুহ, তেওঁলোকেও মানুহক ভাল পাব জানে। লাহে লাহে তেওঁলোকেও মোক সুখী কৰিবৰ কাৰণে নানা প্রকাৰে যত্ন কৰিবলৈ ধৰিলে।

সেই ল'ৰাবিলাকৰ কেইটামান বেয়া অভ্যাস আছিল। তেওঁ-লোকে চুলি চুটিকৈ নেকাটিছিল, গাত ঠণ্ডা মেৰিয়াই ফুৰিছিল আৰু অতিপাতকৈ ধঁপাত খাইছিল। মই চেষ্টা কৰিও এই অভ্যাসবোৰ একেবাৰ নোৱাৰিলোঁ।

য়ুৰোপীয় মানুহবিলাকে ভাবে যে, তেওঁলোকৰ আহাৰ নাখালে, তেওঁলোকৰ সাজপাৰ নিপিন্ধিলে আৰু তেওঁলোকৰ ধৰ্ম্ম নললে কোনো জাতিয়েই সভ্য নহয়। কিন্তু প্রতি জাতিৰেই যে বেলেগ বেলেগ আচাৰ ব্যৱহাৰ, ৰীতিনীতি আৰু ধৰ্ম্ম আছে, সেই কথা তেওঁলোকে মানিব নোখোজে। আৰু সেই কাৰণেই এই ৰঙাল'ৰা বিলাকৰ বেয়া অভ্যাসবোৰতো মই বিৰক্ত নহৈছিলোঁ।

এই ৰঙা ল'ৰাবিলাকে ইংৰাজী শিকোঁতে বেচি সময় লৈছিল, কিন্তু আন বোৰ বিষয়ত নিগ্রো ল'ৰাৰ সমানে সমানে গৈছিল। হেম্পটনত নিগ্রো ল'ৰাবিলাকে 'ৰেড্ ইণ্ডিয়ান' ল'ৰাবিলাকক নানা

প্ৰকাৰে সাহায্য কৰিছিল ; তেওঁলোকে সেই ল'ৰাবিলাকক নিজৰ কোঠাত থাকিবলৈ দিছিল আৰু ইয়াৰ বাহিৰেও তেওঁলোকে ইংৰাজী ভাষা আৰু ভদ্ৰ আচাৰ-ব্যৱহাৰ শিকাত নানা প্ৰকাৰে সাহায্য কৰিছিল। আমাৰ ল'ৰাইঁতৰ এনে সজ ব্যৱহাৰ দেখি মই বৰ সুখী হৈছিলোঁ।

নিগ্ৰো ল'ৰাবিলাকে সেই বগা ল'ৰাবিলাকক যেনেকৈ মৰম কৰিছিল, মই ভাৱি কওঁ, যুক্তৰাজ্যৰ ল'ৰাবিলাকে আন কোনো জাতিৰ ল'ৰাকে তেনে ভাল পাব নোৱাৰে। যি জাতিয়ে কোনো অৱনত জাতিক উন্নত কৰিবলৈ যিমান চেষ্টা কৰে, সেই জাতি সিমান পৰিমাণে নিজেই উন্নত হয়।

এই উপলক্ষে এটা ঘটনা মোৰ মনত পৰিছে। এবাৰ মাননীয় ফ্ৰেডেৰিক্ ডগ্‌লাচে, এসময়ত পেনচিল্‌ভেনীয়া-প্ৰদেশৰ পৰা ৰেলত উঠি আন এখন ঠাইলৈ গৈছিল। তেওঁ এজন ক'লা নিগ্ৰো আছিল। ৰেল কোম্পানীক তেওঁ আনৰ সমানে পইচা দিছিল বুলিও, তেওঁ চাহাবসকলৰ লগত একে গাড়ীতে বহিবলৈ নাপাইছিল। তেওঁ আন এখন গাড়ীত নিগ্ৰোৰ মাজত বহি গৈছিল। তেওঁৰ এজন চাহাব বন্ধুৱে তেওঁ সেই গাড়ীত বহি যোৱা দেখি ক'লে, "ডাঙৰীয়া, আপোনাৰ অপমান দেখি বাস্তৱিকে বৰ দুখিত হৈছোঁ।" তেওঁৰ কথা শুনি ডগ্‌লাচে গহীনাই উত্তৰ দিলে, "মোৰ অন্তৰত যি আত্মা আছে, সেই আত্মাক অপমান কৰে, এনে সাধ্য কাৰো নাই। কোম্পানীৰ এনে ব্যৱহাৰত মই অকণো অপমান পোৱা নাই, কিন্তু যি মোক এনে ব্যৱহাৰ কৰিছে, তেৱেঁই অপমানিত হৈছে।"

এবাৰ এজন নিগ্ৰোৱে ৰেলত নিগ্ৰোৰ মাজত বহিছিল। তেওঁ ইমান বগা আছিল যে, তেওঁক নিগ্ৰো বুলি কোনেও চিনিব নোৱাৰে। ৰেলৰ গাৰ্ডে তেওঁক নিগ্ৰোৰ মাজত দেখি থমক খাই ৰ'ল। তেওঁৰ সন্দেহ হ'ল, তেওঁ নিগ্ৰো নে ইয়াঙ্কী? নিগ্ৰো হ'লে ভালেই—যদি নহয়! তেওঁক সেই বিষয়ে সোধাও বৰ লাজ আৰু অপমানৰ কথা!

তেওঁ বিমোৰত পৰি আৰোহীজনৰ চকু, মুখ, নাক, কাণ, চুলি সকলোকে ভালকৈ চাবলৈ ধৰিলে। তথাপিও একো বুজিব নোৱাৰিলে। তাৰ পিচত তেওঁ ভৰি দুটা ভালকৈ চাবলৈ ধৰিলে। ভৰি চাই বুজি পালে যে তেওঁ নিগ্রো। সেই গাড়ীতেময়ো আছিলোঁ। তেওঁ একো নেমাতি লাহেকৈ গুচি গ'ল। সেই আৰোহীজন তাৰ পৰা নামিব লগা নোহোৱাত ময়ো বৰ ৰং পালোঁ।

মই ভদ্রতা-বিচাৰৰ সম্বন্ধে এটা বৰ সুন্দৰ উপায় স্থিৰ কৰিছোঁ। কোনো মানুহ ভদ্র নে অভদ্র, এই কথা জানিবৰ হ'লে, নীচ জাতিৰ মানুহৰ লগত মই তেওঁৰ আচাৰ ব্যৱহাৰ পৰীক্ষা কৰোঁ। গোলামী যুগত, গৰাকীসকলে তেওঁলোকৰ গোলামবিলাকৰ লগত যি ব্যৱহাৰ কৰিছিল, তাৰ পৰাই কোন ভদ্র আৰু কোন অভদ্র আছিল তাক ভালকৈয়ে বুজিব পাৰিছিলোঁ।

মহাত্মা জৰ্জ্জ ৱাচিংটন এদিন আলিয়েদি ফুৰিবলৈ গৈছিল। বাটতে এজন নিগ্রোৱে তেওঁৰ মূৰৰ টুপী সোলোকাই তেওঁক নমস্কাৰ কৰিলে। ৱাচিংটনেও তেতিয়াই তেওঁৰ মূৰৰ টুপী খুলি নিগ্রোজনক প্রতিনমস্কাৰ কৰিলে। ৱাচিংটনৰ কেইজনমান চাহাব বন্ধুৱে তেওঁক তাৰ বাবে নিন্দা কৰিলে। কিন্তু সেই মহাত্মাই লাহেকৈ মাথোন উত্তৰ দিলে, "আপোনালোকে ক'ব খোজে নে যে এটা অসভ্য আৰু অশিক্ষিত নিগ্রোতকৈ মই কম শিষ্টাচাৰী!" তেওঁৰ এই উত্তৰ শুনি বন্ধু কেইজন নিৰুত্তৰ হ'ল।

আমেৰিকাৰ জাতিভেদ সম্পৰ্কে এই খিনিতে মই দু-আষাৰমান কথা ক'ব খোজোঁ। মই হেম্পটনত ইণ্ডিয়ান ল'ৰাবিলাকৰ অভিভাবক থাকোঁতে এটা ল'ৰাৰ নৰিয়া হয়। সেই ল'ৰাটোক ঘৰলৈ পঠিয়াৰ লগাত পৰিলোঁ। ৱাচিংটনলৈ যাওঁতে এডোখৰ বাট জাহাজেদি গৈছিলোঁ। সেই জাহাজতে এটা হোটেল আছিল। সকলো যাত্রীৱে খোৱা-বোৱা হোৱাৰ পিচত মই ল'ৰাটো লৈ সেই হোটেললৈকে গ'লোঁ। জাহাজৰ হোটেলৱালাই মোক দেখিয়েই

ক'লে, "এই ল'ৰাটোৰে ইয়াত খানা পাব, তুমি নোপোৱা।" মই এই কথা শুনি আচৰিত হলোঁ, কিয়নো, সেই ল'ৰা আৰু মোৰ ভিতৰত বেচি প্ৰভেদ একো নাছিল। হোটেলৱালা মানুহ চিনাত বৰ পাকৈত আছিল। তেওঁ ইণ্ডিয়ান ল'ৰাটোক তৎক্ষণাৎ চিনি পালে।

এবাৰ এখন নতুন চহৰত ফুৰিবলৈ গৈছিলোঁ। স্থানীয় হোটেল-টোত ভয়ানক গণ্ডগোল লগা শুনিলোঁ। কাৰণ অনুসন্ধান কৰি জানিব পাৰিলোঁ যে, এজন ক'লা মানুহ সেই হোটেলত খাবলৈ গৈছে। তেওঁ এজন মৰক্কোদেশৰ মানুহ, আমেৰিকাত ফুৰিবলৈ আহিছিল। তেওঁ ক'লা আছিল আৰু ভালকৈ ইংৰাজী ক'ব জানিছিল। সেই কাৰণেই হোটেলৰ মানুহে তেওঁক নিগ্ৰো বুলি ভাবিছিল। যেতিয়া তেওঁক মৰক্কোবাসী বুলি চিনিব পাৰিলে, তেতিয়াই গোলমাল লাগি গ'ল। সেই ঘটনাৰ দিনাৰ পৰাই তেওঁ ইংৰাজী ক'বলৈ এৰি দিলে।

এই ৰঙা ল'ৰাবিলাকৰ লগত মই এবছৰ কটালোঁ। ইতিমধ্যতে মোৰ ভবিষ্যত জীৱনৰ উন্নতিৰ নিমিত্তে আৰু এটা সুবিধা ওলাল। এই সময়ত অনেক নতুন নিগ্ৰো ল'ৰা-ছোৱালীয়ে হেম্পটনত পঢ়াশুনা কৰিবৰ নিমিত্তে আবেদন কৰিছিল। তেওঁলোকৰ অৱস্থা তেনেই বেয়া আছিল। আন কি তেওঁলোকে স্কুলৰ মাচুলফেৰাকে দিব নোৱাছিল। সেই কাৰণে, তেওঁলোকৰ নিমিত্তে আৰ্মষ্ট্ৰং মহোদয়ে এখন 'ৰাতিৰ স্কুল' পাতিবৰ দিহা কৰিলে।

স্থিৰ হ'ল,—সেই ল'ৰা-ছোৱালীবিলাকে দিনত ১০ ঘণ্টাকৈ কাম কৰি, ৰাতি দুঘণ্টাকৈ স্কুলত পঢ়িব। দিনৰ কামৰ বাবে তেওঁলোকে খোৱা-বোৱা খৰচৰ উপৰিও কিছু ধন বেচিকৈ পাব। সেই ধন স্কুলৰ ভঁৰালত জমা থাকিব। দুবছৰৰ মূৰত তেওঁলোকে দিনৰ স্কুলত পঢ়িবলৈ পাব। তেতিয়া সেই সাঁচনীয়া ধনেৰে চলিব পাৰিব। এই দুবছৰতে লিখাপঢ়াৰ বাহিৰেও কিছু অৰ্থকৰী বিদ্যাও শিকিব পাৰিব।

বাতিৰ স্কুল খোলা হ'ল। সেই স্কুলৰ ভাৰ মোৰ ওপৰতে পৰিল। ১২ জনমান ল'ৰা-ছোৱালী লৈ স্কুলৰ কাম আৰম্ভ কৰিলোঁ। দিনত ল'ৰাবিলাকে কাৰখানাত কাম কৰিবলৈ ধৰিলে। ছোৱালী-বিলাকে কাপোৰ ধুবলৈ ধৰিলে। দুয়োটা কাম বৰ টান আছিল। তথাপিও তেওঁলোকে নিজ নিজ কাম অতি মনোযোগেৰে কৰিছিল। এইদৰে কাম কৰিও তেওঁলোকে পঢ়াশুনা কৰিবলৈ যথেষ্ট সময় পাইছিল। স্কুলৰ ঘণ্টা বাজি গলেও তেওঁলোকে পঢ়া নেৰিছিল। অনেক সময়ত শুবৰ পৰ চৰি যোৱাতো তেওঁলোকে মোৰ পৰা পঢ়া বুজি লৈছিল।

তেওঁলোকৰ কাম দেখি মই বৰ সন্তোষ পাইছিলোঁ। লিখা-পঢ়াত তেওঁলোকৰ ধাউতি দেখি মই তেওঁলোকক 'কৰ্ম্ম সমিতি'ৰ সভ্য বুলি মাতিছিলোঁ। লাহে লাহে তেওঁলোকৰ নাম হেম্পটনৰ বাহিৰে-ভিতৰে ফাটি-ফুটি গ'ল। এই নামটো সকলোৰে প্ৰিয় হৈ পৰিল। মই তেওঁলোকক ছপোৱা চাৰ্টিফিকেট্ দিবলৈ আৰম্ভ কৰিলোঁ। তাত এইদৰে লিখা আছিল :—

"হেম্পটন-স্কুলৰ কৰ্ম্ম-সমিতিৰ সভ্য অমুকে—'ইমান' বছৰ নিয়মিতৰূপে কাম কৰি এই প্ৰশংসা-পত্ৰৰ অধিকাৰী হৈছে।"

আমাৰ সমাজত এই প্ৰশংসা-পত্ৰবোৰৰ আদৰ দিনক দিনে বাঢ়িবলৈ ধৰিলে। লগে লগে হেম্পটনৰ স্কুলৰ নামো সকলোৰে মাজত জনাজাত হৈ পৰিল। চাওঁতে চাওঁতে ছাত্ৰৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে।

এতিয়া সেই ৰাতিৰ স্কুলত ৩০০।৪০০ ল'ৰাই পঢ়াশুনা কৰে। এতিয়া সেই স্কুলৰ অনেক ছাত্ৰই নানা সজ কাম কৰি নানা ঠাইত যশ লাভ কৰিছে।

# সপ্তম অধ্যায়

## টাস্কেগীত গাওঁ পৰিদৰ্শন

মই হেম্পটনত থাকোঁতে এজন ডাঙৰ অধ্যাপকৰ তলত কিছু নতুন শিক্ষা লাভ কৰিছিলোঁ। তেওঁৰ নাম ৰেভাৰেণ্ড ডাক্তৰ এইচ, বি, ফ্রিচেল আছিল। সেনাপতিৰ মৃত্যুৰ পিচত তেৱেঁই হেম্পটনৰ পৰিচালক হৈছিল।

এদিন সন্ধ্যাপৰত উপাসনা শেষ কৰি আহিছোঁ, এনেতে আৰ্মষ্ট্ৰং চাহাবে মোক ক'লে, "মই আলাবামাৰ পৰা এখন চিঠি পাইছোঁ। কেইজনমান মানুহে তাত এখন ট্ৰেইনিং-স্কুল পাতিব খুজিছে; কিন্তু ভাল শিক্ষক বিচাৰি নাপাই মোলৈ লিখিছে। নিগ্রো শিক্ষক পাবলৈ নোহোৱাত এজন চাহাব শিক্ষকৰ কথা লিখিছে। তুমি যোৱা যদি পঠাব পাৰোঁ।" মই সম্মতি জনালোঁ। তেওঁ চিঠিৰ উত্তৰ দিলে,—"চাহাব শিক্ষক বিচাৰি নাপালোঁ। বুকাৰ টি, ৱাচিংটন নামে এজন ভাল নিগ্ৰ শিক্ষক দিব পাৰোঁ। লাগে যদি লিখিব।"

কেইদিনমানৰ পিচতে সেনাপতিয়ে এখন টেলিগ্রাম পালে— "বুকাৰ টি, ৱাচিংটনকে সোনকালে পঠাই দিয়ক।"

টেলিগ্রাম পোৱামাত্রেই স্কুলত মহা হুলুস্থুল লাগি পৰিল। শিক্ষক আৰু ছাত্ৰসকলে ভোজ দি মোক বিদায় দিলে। মই টাস্কেগীলৈ যাত্রা কৰিলোঁ।

আলাবামাত টাস্কেগী এখন সৰু চহৰ; লোকসংখ্যা ২০০০ জন। তাৰ ভিতৰতে ১০০০ জন নিগ্রো! দক্ষিণ-অংশৰ 'ক'লা বিভাগ'ত এই চহৰ অৱস্থিত।

আলাবামা প্রদেশত কেইবাখনিও জিলা; কিন্তু প্রত্যেক

জিলাতে নিগ্রোৰ সংখ্যা চাহাবতকৈ অধিক। যি জিলাত টাস্কেগী নগৰ, সেই জিলাত চাহাবৰ সংখ্যা তেনেই কম আছিল। সেই কাৰণেই অনুমান হয়, সেই অঞ্চলক 'ক'লা-বিভাগ' বোলা হৈছিল।

সেই অঞ্চলৰ মাটি ক'লা আৰু সাৰুৱা আছিল। সেই কাৰণেই গোলামী যুগত সেই ঠাইত অনেক কল-কাৰখানা আৰু কাৰবাৰ আছিল। এনেয়ে ক'লা মাটি, তাতে গোলাম থকা ঠাই; গতিকে সেই ঠাইৰ নাম 'ক'লা-বিভাগ' হোৱা একো আচৰিত নাছিল। আমি স্বাধীন হোৱাৰ পিচতো 'ক'লা বিভাগ' বুলিলে সেই ঠাইকে বুজাইছিল। কিন্তু আজি কালি যি ঠাইতে ক'লা মানুহ বেচি, সেই ঠাইকে মানুহে 'ক'লা-বিভাগ' বোলে।

আগেয়ে ভাবিছিলোঁ, টাস্কেগীত স্কুলৰ ঘৰ-বাৰী, সাজ-সৰঞ্জাম সকলো আছে কেৱল কাম আৰম্ভ কৰিলেই হ'ল। আহি দেখোঁ, সেইবোৰ একো নাই—আন কি স্কুল পাতিবলৈ ঠাইকে ঠিক হোৱা নাই! এইবোৰ সঁজুলি নাছিল বুলিও, তাতোকৈ মূল্যবান বস্তু সেই ঠাইত আছিল। সেই ঠাইৰ নিগ্ৰোবিলাকৰ পঢ়াশুনাত ধাউতি আছিল। মই বুজিলোঁ, যে এয়েই স্কুলৰ প্ৰমাণ! এই আগ্ৰহৰ ওপৰতে স্কুলৰ ভেটি প্ৰতিষ্ঠিত হ'ব। য'ত আত্মা আছে, সেই ঠাইত দেহৰ অভাৱ নহয়।

টাস্কেগী চহৰখন, নিগ্ৰো স্কুলৰ কাৰণে, বৰ ভাল ঠাই। চাৰিও কাষে নিগ্ৰো গাওঁবোৰ। ঠাইখন কিছু নিৰ্জ্জন; ৰেলৰ আলিৰ পৰা প্ৰায় ৫।৬ মাইল আঁতৰত; অথচ সৰু সৰু কেইবাটাও ৰেলৰ আলিৰ লগত যোগ আছিল। এই ঠাইৰ চাহাবসকলে বিদ্যাৰ আদৰ কৰিছিল। চাহাবসকলে গোলামীযুগৰে পৰা ইয়াত এখন স্কুল চলাই আহিছিল। গতিকে এই ঠাইৰ পাৰিপাৰ্শ্বিক অৱস্থা শিক্ষাৰ নিমিত্তে বৰ সুবিধাজনক আছিল। তাৰ বাহিৰেও ইয়াত থকা নিগ্ৰোবিলাকৰ অৱস্থা বেয়া নাছিল। তেওঁলোকে লিখাপঢ়া নেজানিছিল বুলিও চাহাব সকলৰ সংস্পৰ্শত আহি তেওঁলোক অনেক

বিষয়ত উন্নত হৈছিল। দুই জাতিৰ ভিতৰত যথেষ্ট সদ্ভাৱো আছিল। এই চহৰতে এটা ধাতুৰ কাৰখানাও আছিল। এজন চাহাব আৰু এজন নিগ্ৰো, দুয়ো মিলি সেই কাৰখানা চলাইছিল। চাহাবজনৰ মৃত্যুৰ পিচত সকলো সম্পত্তি সেই নিগ্ৰোজনেই পাইছিল।

হেম্পটনৰ নাম ইয়াতো জনাজাত আছিল। সেই কাৰণেই ইয়াৰ মানুহবিলাকে হেম্পটনৰ আদৰ্শত এখন শিক্ষকস্কুল পাতিব খুজিছিল। সেই উপলক্ষে তেওঁলোকে ব্যবস্থাপক-সভালৈ আবেদন কৰাত, সেই সভাই বছৰি ৬০০০৲ টকা দিবলৈ গাত লৈছিল। কিন্তু এইখিনি ধন কেৱল শিক্ষকসকলৰ দৰমহাৰ কাৰণে হে মঞ্জুৰ হৈছিল ; স্কুলৰ ঘৰবাৰী বা আন সঁজুলিৰ কাৰণে নহয়।

মোক পাই নিগ্ৰোবিলাকে পৰম আনন্দ পালে। সকলোৱেই নানা উপায়েৰে মোক সাহায্য কৰিবলৈ ওলাল।

বিচাৰি বিচাৰি অৱশেষত স্কুল পাতিবলৈ এখন ঠাই পালোঁ। চহৰৰ মাজত নিগ্ৰোবিলাকৰ এটা ধৰ্ম্ম-মন্দিৰ আছিল। সেই মন্দিৰৰ ওচৰতে এটা ভঙা ঘৰ পালোঁ। তাতে স্কুল পাতিলোঁ। কেতিয়াবা বিশেষ উৎসৱ, বক্তৃতা বা আন কামত সেই ধৰ্ম্ম-মন্দিৰটোকে ব্যৱহাৰ কৰিবলৈ ধৰিলোঁ। ঘৰ দুটাৰ অৱস্থা অতি শোচনীয় আছিল। ঘৰ দুটাই মাজে মাজে উৰুখিছিল। অনেক সময়ত পঢ়াশুনা এৰি ল'ৰাবিলাকে মোৰ মূৰত ছাটি ধৰিছিল। অনেক সময়ত খাবলৈ বহাতো ছাটি ধৰিহে তৎ পাইছিল।

আলাবামাৰ নিগ্ৰোবিলাকে এই সময়ত ৰাজনৈতিক আন্দোলনত দিছিল। তেওঁলোকে মোকো যোগ দিবলৈ অনুৰোধ কৰিছিল। এজন বুঢ়াই মোক প্ৰায়েই কৈছিল, "ভাই, এই বেলি তুমিও আমাৰ পিনেই ভোট দিবা। তুমি জানাই, আমি কাগজ-পত্ৰ একো পঢ়িব নাজানো। তথাপিও আমি ভোট দিবলৈ শিকিছোঁ। এইবাৰ আমাৰ অনুৰোধ ৰক্ষা কৰিবা।"

আৰু এজনে কৈছিল, "আমি কেনেকৈ ভোট দিওঁ জানা নে?

চাহাবসকলে কাক ভোট দিয়ে, আগেয়ে চাই লওঁ। যেতিয়া আমাৰ পাল পৰে, আমি তেওঁলোকৰ বিপৰীতে ভোট দিওঁ। কি কোৱা, আমি বেয়া কৰোঁ নে?"

কুৰিবছৰৰ আগতে তেওঁলোকে তেনেকৈই ভোট দিছিল। আজিকালি তেওঁলোকে যোগ্য মানুহ বুজি ভোট দিবলৈ শিকিছে।

১৮৮১ চনৰ জুন মাহৰ প্ৰথম সপ্তাহতেই মই টাস্কেগীলৈ আহিছিলোঁ। তেতিয়াৰে পৰা নানা কাম উপলক্ষে মই আলাবামা প্ৰদেশৰ জিলাই জিলাই ফুৰিছিলোঁ। সেই সময়তে মই আমাৰ মানুহবিলাকৰ আৰ্থিক, নৈতিক আৰু সামাজিক অৱস্থা ভালকৈ জানিবৰ নিমিত্তে বিশেষ যত্ন কৰিছিলোঁ, আৰু ইয়াৰ লগে লগে স্কুলৰ কথা প্ৰচাৰ কৰি ল'ৰাও গোটাইছিলোঁ।

মই গাওঁবোৰত গৰুৰ গাড়ীত নাইবা খচ্চৰৰ পিঠিত উঠি ফুৰিছিলোঁ। তৃথীয়া গাৱঁলীয়া মানুহবিলাকৰ তাত প্ৰায়েই আলহী আছিলোঁ; তেওঁলোকৰ লগতেই খোৱাবোৱা কৰিছিলোঁ; আৰু তেওঁলোকৰ খেতি-বাতি, পথাৰ, স্কুল আৰু ধৰ্ম্মমন্দিৰবোৰ ভালকৈ চাই ফুৰিছিলোঁ। আগেয়ে কালৈকো খবৰ-বাতৰি নিদিছিলোঁ। এদিন হঠাৎ গৈ কাৰাবাৰ ঘৰত অতিথি হৈছিলোঁ। সেই কাৰণেই তেওঁলোকে মোক আদৰ-সাদৰ কৰিবৰ নিমিত্তে বিশেষ সুবিধা নেপাইছিল। এনে কৰাত মোৰ লাভ হৈছিল, কিয়নো মই তেতিয়া তেওঁলোকৰ স্বাভাবিক জীৱন-যাত্ৰা প্ৰণালী চাবৰ সুবিধা পাইছিলোঁ।

নিগ্ৰোসমাজৰ দৰিদ্ৰতাৰ প্ৰকোপ অতি ভয়ানক আছিল। তেওঁলোকৰ ঘৰ-বাৰী নাছিল বুলি কলেও বেচি কোৱা নহয়। একেটা সৰু কুঠৰীতে এঘৰৰ সকলো মানুহ শুইছিল; আন কি মিতিৰ-কুটুম নাইবা আলহীও সেই কুঠৰীতে ৰাতি খপিছিল। ময়ো এই দৰে একে কুঠৰীতে, আন কি একেখন বিছনাতে অনেক ঠাইত অনেক দিন কটাইছিলোঁ। গা-ধোৱাৰ ব্যৱস্থা প্ৰায় কোনো ঘৰতেই নাছিল। আন কি হাঁত-মুখ ধুবলৈকে ঠাই অকণ নাছিল। কোনো

কোনো ঘৰত চোতালৰ মূৰতহে হাত-ভৰি ধুবৰ নিমিত্তে পানী থোৱা হৈছিল।

ৰুটি আৰু গাঁহৰিৰ মঙহেই তেওঁলোকৰ প্ৰধান খাদ্য আছিল। ৰুটি আৰু ডাইলৰ বাহিৰে বেছি ভাগ মানুহৰ ঘৰত আন খোৱা বস্তু পাবলৈ নাছিল। সাধাৰণতঃ দোকানৰ পৰাই মানুহবিলাকে বেচি ধন দি ৰুটি আৰু মঙহ কিনি আনিছিল। তেওঁলোকে নিজৰ বাৰীত শাক-পাচলি এডালকে কৰি নেখাইছিল; সকলো বস্তুৰ নিমিত্তে দোকানলৈ লৰ মাৰিছিল। তেওঁলোকে খেতি যে নকৰিছিল এনে নহয়, ঘৰৰ পিৰালিলৈকে কেৱল কপাহৰ খেতিকে কৰিছিল। বাৰীত দুডাল শাক-পাচলি ৰুয়ো যে সুখেৰে খাব পাৰি, এই ধাৰণা তেওঁলোকৰ মনলৈকে নাহিছিল।

এইবিলাক দুখীয়া মানুহৰ কুঠৰীত মই অনেক সময়ত বহুমূলীয়া চিলাইৰ কল আৰু ৰঙচঙীয়া ঘড়ীও দেখিছিলোঁ। তেওঁলোকে একোটা কল ১০০৲ টকা আৰু একোটা ঘড়ী ৫০৲ টকা দি কিনিছিল। সেই বস্তুবোৰে কেৱল ঘৰহে শোভা কৰিছিল;—তেওঁলোকে সেইবোৰৰ ব্যৱহাৰ একো নেজানিছিল।

এবাৰ এঘৰ মানুহৰ তাত আলহী আছিলোঁ। সেই ঘৰতো এনেবোৰ বহুমূলীয়া ঘড়ী আৰু কল আছিল। কিন্তু খাবৰ পৰত দেখোঁ, আমি পাঁচজন মানুহে একেখন মেজতে বহি খাইছোঁ, অথচ আমি আটাইকেইজন মানুহৰ মাজত চামুচ এখন আৰু কাঁটা এডাল! অথচ সেই ঘৰতে এটা টেবুল হাৰমনিয়মো আছিল—তাৰ দাম ২০০৲ টকা! কাণ্ড দেখি অবাক হলোঁ। সেই ঘৰ মানুহে 'অৰগেন' বজাই সভ্য হ'বলৈ শিকিছে, অথচ খোৱাৰে নিয়ম নেজানে।

আচৰিত কথা এই যে, বেছি ভাগ গৰাকীয়েই হাৰমনিয়ম বজাব নেজানে। আন কি তেওঁবিলাকে ঘড়ীত কেইটা বাজিছে, তাকো কব নোৱাৰে। ঘড়ী মেৰামতি কৰাটো দূৰৰ কথা, ঘড়ীত

চাবি দিয়াও বহুতে নাজানে। চিলাই-কলৰ অৱস্থাও তদ্রূপ; কেৱল শোভা মাত্র। এইবোৰ বস্তুৰ গোটেইখিনি দাম একেবাৰেই দিব নোৱাৰিছিল বুলিও মাহে মাহে ৫৲।৬৲ টকাকৈ দিয়েই আছিল!

এদিন এঘৰত পৰিয়ালৰ সকলো মাহনুৰ লগত টেবুলত খাবলৈ বহিছিলোঁ। দেখি আচৰিত হ'লোঁ, টেবুলত কেনেকৈ খাব লাগে তাকে নেজানে। মই সেইদিনা আলহী আছিলোঁ দেখি তেওঁলোকে মোক আদৰ দেখুৱাবলৈ টেবুলত খোৱাৰ দিহা কৰিছিল।

তেওঁলোকৰ খোৱা-বোৱাৰ ব্যৱহাৰৰ কথা নো কি লিখিম? পুৱাতে তিৰোতাবিলাকে মঙহেই হওক, নাইবা দালিয়েই হওক, কেৰাহিত বহাই দিয়ে, আৰু দহমিনিটমান গ'লেই নমাই থয়। এয়ে হ'ল তেওঁলোকৰ পুৱাৰ আহাৰ! ঘৰৰ গৰাকীয়ে হাততে ৰুটি আৰু মঙহ লৈ চোবাই চোৱাই পথাৰলৈ যায়, তিৰোতাবিলাকে ঘৰৰ চুক এটাত বহি যিহতে পাই তিহতে তাৰে এসোপা লৈ খাবলৈ ধৰে, আৰু মাজে সময়ে কেৰাহিৰ পৰাই হাত ভৰাই খায়। ল'ৰা-ছোৱালীয়ে আলিয়ে পদূলিয়ে যিহকে পায়, তিহকে মুখত গুজি ফুৰে। ল'ৰা-ছোৱালীবিলাকে সদায় মঙহ নাপাইছিল, কিয়নো মঙহৰ দাম বৰ বেছি।

ৰাতিপুৱাৰ আহাৰ এইদৰে শেষ কৰি ঘৰৰ ল'ৰা-বুঢ়া সকলোৱেই পথাৰলৈ লৰ মাৰে, কেঁচুৱাবিলাকো বাদ নপৰে। মাকহঁতে কেঁচুৱাবোৰক এঠাইত পেলাই থয় আৰু মাজে মাজে পিয়াহ দিয়ে।

দুপৰীয়া আৰু ৰাতিৰ আহাৰো এইদৰে চলে। তেওঁলোকৰ দৈনিক জীৱন এনেকুৱাই; অৱশ্যে শনি আৰু দেওবাৰে বেলেগ। শনিবাৰে গোটেইটো পৰিয়াল নগৰলৈ আহে। সেই দিনা গোটেই দিনটো বজাৰ কৰোঁতেই যায়; বজাৰ কৰিবলৈ সাধাৰণতে

এজন মানুহৰ দহমিনিটতকৈ বেচি সময় নালাগে, অথচ তেওঁলোকে মিছায়ে গোটেই দিনটো ঘূৰি ফুৰে। ছোৱালীবিলাকে জুম পাতি গা ঘেলাই ফুৰে, বহে, ধঁপাত খায় আৰু নাকত নস্য গোজে! দেওবাৰে সকলো সভালৈ যায়। সেই সভাত কেৱল গল্পই চলে।

তেওঁলোকৰ আৰ্থিক অৱস্থাও অতি শোচনীয়। প্ৰায় মানুহেই ধাৰত পোতখোৱা। পথাৰত যিবোৰ শস্য হয়, আটাইবোৰেই পাওনাদাৰৰ ওচৰত বন্ধক থাকে।

গাওঁবোৰত বহুতো পঢ়াশালি আছে। অথচ প্ৰাদেশিক চৰকাৰে সেইবোৰৰ নিমিত্তে একো ব্যৱস্থা কৰা নাই। ধৰ্ম্মমন্দিৰ বা কাঠৰ সৰু কুঠৰীতে স্কুল বহে। জাৰকালি শিক্ষক আৰু ছাত্ৰবিলাকে বৰ কষ্ট পায়। কেতিয়াবা কেতিয়াবা চোতালত জুই ধৰা হয়। শিক্ষক আৰু ছাত্ৰবিলাকে মাজে মাজে বাহিৰলৈ আহি জুই ফুৱায়! ইপিনে শিক্ষক সকলৰ বিদ্যা-বুদ্ধি যেনে, চৰিত্ৰও তেনে।

কেৱল পাঁচমাহ স্কুল বহে। স্কুলবোৰত বোৰ্ডৰ বাহিৰে আন সঁজুলি পাবলৈ নাই। এবাৰ এখন সৰু স্কুলত সোমাই দেখিলোঁ, একেখন কিতাপকে পাঁচজন লৰাই পঢ়িছে!

গিৰ্জ্জাঘৰৰ অৱস্থাও স্কুলঘৰৰ দৰেই। ঘৰবোৰ ভগাছিগা। ধৰ্ম্ম-প্ৰচাৰক সকলৰ বিদ্যা-বুদ্ধি আৰু চৰিত্ৰও শিক্ষক সকলৰ দৰেই।

আলাবামা প্ৰদেশত ফুৰি ফুৰোঁতে অনেক মানুহৰ লগত দেখা শুনা কৰি তেওঁলোকৰ মনৰ গতি বুজিবৰ চেষ্টা কৰিছিলোঁ। এটা উদাহৰণ দিলেই আপোনালোকেও তেওঁলোকৰ মনৰ গতি বেচ বুজিব পাৰিব।

এবাৰ এজন নিগ্ৰোক মই তেওঁৰ বংশাৱলীৰ কথা সুধিছিলোঁ। তেওঁৰ বয়স তেতিয়া তিনি কুৰি। তেওঁ ক'লে, "মই ভাৰ্জ্জিনিয়াত উপজিছিলোঁ। ১৮৪৫ চনত বিক্ৰি হৈ আলাবামালৈ আহিলোঁ।"

মই তেওঁক পুনৰাই সুধিলোঁ, "আপোনাৰ লগত আৰু কিমান মানুহ ইয়ালৈ আহিছিল?" তেওঁ উত্তৰ দিলে "আমি মোটতে পাঁচজন আহিছিলোঁ,—মই, মোৰ ভাই আৰু তিনটা খচ্চৰ।"

পশু আৰু মানুহ একে শ্ৰেণীৰ প্ৰাণী নহয়, সেই বুঢ়াৰ ধাৰণাই নাছিল। দৰাচলতে ক'বলৈ গ'লে, গোলামী কৰোঁতে কৰোঁতে মানুহ আৰু পশুৰ মাজত একো প্ৰভেদেই নথকা হয়।

---

# অষ্টম অধ্যায়

## ঘোঁৰাঘৰত পঢ়াশালি

আলাবামা প্ৰদেশৰ গাওঁভূঁইবোৰ চাই মই হতাশ হলোঁ। এনে অবনত সমাজক ওপৰলৈ তোলা মোৰ পক্ষে বৰ টান কাম যেন লাগিল। এই ক্ষেত্ৰত মই অকলশৰীয়া। সমাজৰ সমুদায় অভাব মোচন কৰা অকল এজন মানুহৰ পক্ষে সহজ কাম নহয়। মই এটা অসাধ্য কামত হাত দিয়া যেন পালোঁ।

এই এমাহ ফুৰিয়েই মোৰ ধাৰণা হ'ল যে, যুক্তৰাজ্যত আন ঠাইত যি নিয়মে শিক্ষা দিয়া হৈছে, আমাৰ সমাজত সেই নিয়মে শিক্ষা দিলে একো ফল পোৱা নাযাব। আৰ্মষ্ট্ৰং চাহাবৰ প্ৰণালী অনুসৰণ কৰিব পাৰিলে কিছু ভাল ফল পাবৰ আশা আছে। কেৱল কিতাপৰ বিদ্যাত পণ্ডিত কৰি দিলেই কাম নচলিব; তেওঁলোকৰ জীৱন সম্পূৰ্ণ নতুন ঠাঁচত গঢ়িব লাগিব।

১৮৮১ চনত এটা গিৰ্জ্জাঘৰত স্কুল খুলিলোঁ। এই বিষয়ত আমাৰ সমাজে মোক যথেষ্ট অনুগ্ৰহ দেখুৱালে। চাহাব সকল মোৰ ওপৰত অসন্তুষ্ট হ'ল। তেওঁলোক নিগ্ৰো সমাজত শিক্ষাবিস্তাৰৰ বিৰোধী আছিল। তেওঁলোকৰ বিশ্বাস, নিগ্ৰোৱে লিখাপঢ়া কৰিলে, কুলীকাম নকৰা হব; আন কি ঘৰৰ চাকৰ পোৱাও টান হৈ পৰিব। তাৰ বাহিৰেও এই শিক্ষাই দুই জাতিৰ মাজত বিৰোধ ভাব আনিব।

চাহাব সকলৰ এনে বিশ্বাসৰ যথেষ্ট কাৰণো আছিল। ইমান দিন যিবিলাক নিগ্ৰোৱে লিখাপঢ়া শিকিছে তেওঁলোক সকলোৱেই বাবু। আজিকালি তেওঁলোকৰ মূৰত টুপী, চকুত সোণৰ চচ্‌মা,

হাতত লাঠি আৰু ভৰিত চৌখিন বুট। গতিকেই শিক্ষাই যে তেওঁলোকক একেবাৰেই বাবু কৰি তুলিব তাত কোনো সন্দেহ নাই।

সি যি হওক, শিক্ষা-বিস্তাৰ বিষয়ত দুজন বন্ধুৱে মোক যথেষ্ট সাহায্য কৰিছিল—এজন চাহাব, আনজন নিগ্ৰো। চাহাবজনৰ নাম আছিল জৰ্জ্জ কেম্পবেল, আৰু নিগ্ৰোজনৰ নাম আছিল লুইচ্ আডাম। কেম্পবেল আগেয়ে গোলামবিলাকৰ মালিক আছিল, এতিয়া তেওঁ এজন সদাগৰ। কিন্তু শিক্ষা সম্বন্ধে তেওঁৰ অভিজ্ঞতা তেনেই কম আছিল। আডাম আগেয়ে এজন গোলাম আছিল। এতিয়া তেওঁ চামৰা আৰু লোহা-পিতলৰ কাম কৰে। গোলামী-যুগত তেওঁ জোতা আৰু ঘোৰাৰ লেকামাদি তৈয়াৰ কৰিছিল। তেওঁ কেতিয়াও পঢ়াশালিলৈ গৈ লিখাপঢ়া শিকা নাছিল; কিন্তু গোলামী-যুগতে তেওঁ দুখনমান কিতাপ পঢ়িছিল।

সি যি হওক, এই দুয়োজন মানুহৰ জীৱন কৰ্ম্মময় আছিল। মোৰ শিক্ষা-প্ৰণালী তেওঁলোকে বৰ ভাল বুলি স্বীকাৰ কৰিলে।

মই লুইচ আডামৰ বিচক্ষণতা আৰু চিন্তাশীলতা দেখি বাস্তবিকতে বৰ আচৰিত হৈছিলোঁ। বিদ্যা নহলেও যে কৰ্ম্মই মানুহৰ মন পৰিমাৰ্জ্জিত কৰিব পাৰে লুই আডামৰ জীৱনতে তাৰ চানেকি পোৱা যায়। তেওঁ গোলামী-যুগত শিল্প-কাৰ্য্যত জীৱন যাপন কৰি অতি ওখ ধৰণৰ চিন্তাশক্তি অৰ্জ্জন কৰিছে। গোলামী-যুগৰ শিক্ষাই বাস্তৱিকতে অনেকক কৰ্ম্মী আৰু চিন্তাশীল কৰি তুলিছে। এতিয়াও দক্ষিণ-অঞ্চলত যি কেইজন লেখৰ মানুহ আছে, তেওঁলোকৰ ভিতৰত নিগ্ৰোৰ সংখ্যাই অধিক, আৰু তেওঁলোকৰ প্ৰত্যেকেই গোলামী-যুগত পঢ়াশুনাৰ লগতে এটা নহয় এটা শিল্প বিদ্যাও শিকিছিল।

ত্ৰিশজন ছাত্ৰ লৈ পঢ়াশালি খোলা হ'ল। ময়েই একমাত্ৰ শিক্ষক আছিলো। ছাত্ৰৰ ভিতৰত ল'ৰা আৰু ছোৱালীবিলাক

টাস্কেগীৰ ওচৰৰ গাওঁবোৰৰ পৰাই আহিছিল। তেনেই কুমলীয়া বয়সৰ ল'ৰা-ছোৱালীক পঢ়াশালিত নলৈছিলোঁ। পোন্ধৰবছৰৰ কমে কোনো ছাত্ৰই সেই স্কুলত ঠাই নাপাইছিল। যিবিলাকে আগেয়ে কিছু শিক্ষা পাইছিল বা যি শিক্ষকতা কৰিছিল, তেনে ধৰণৰ ল'ৰাক হে স্কুলত ভৰ্ত্তি কৰিছিলোঁ। লাহে লাহে আৰু ছাত্ৰ আহিবলৈ ধৰিলে।

প্ৰথমতে যি ত্ৰিশজন ছাত্ৰ লৈছিলোঁ, তেওঁলোক এটাই কেইজনেই আগেয়ে শিক্ষক আছিল। তেওঁলোকৰ প্ৰত্যেকৰ বয়স প্ৰায় ৪০তকৈ ওপৰ আছিল। পিচত পৰীক্ষা কৰি আচৰিত হ'লোঁ যে, অনেক ছাত্ৰই সেই শিক্ষকসকলতকৈ বেচি জানিছিল। এই শিক্ষকসকলে ডাঙৰ ডাঙৰ কিতাপ পঢ়িছিল—আৰু ডাঙৰ ডাঙৰ শব্দ ব্যৱহাৰ কৰিবলৈ ভাল পাইছিল; কোনো কোনোৱে লেটিন আৰু গ্ৰীকো শিকিছিল। আৰু সেই কাৰণে নিজৰ নাম জাহিৰ কৰি ফুৰিবলৈ বৰ ভাল পাইছিল।

নিগ্ৰোবিলাকে বিদেশী ভাষা শিকাটো বৰ গৌৰৱৰ বিষয় বুলি ভাবিছিল। মই আলাবামাত ফুৰি ফুৰোঁতে এবাৰ এজন মানুহৰ ঘৰত সোমাইছিলোঁ। সেই ঘৰৰ ডেকাজন এটা অতি ভগাছিগা ঘৰত ময়লা কাপোৰ পিন্ধি বহি আছিল, অথচ তেওঁৰ হাতত এখন ফৰাচী ভাষাৰ ব্যাকৰণ পুথি!

প্ৰথম, ল'ৰাবিলাকৰ পুথিগত বিদ্যা দেখি মই সঁচাকৈয়ে বৰ লাজ পাইছিলোঁ। তেওঁলোকে ব্যাকৰণ আৰু অঙ্কৰ সূত্ৰবোৰ মুখস্থ কৰিবলৈ বৰ ভাল পাইছিল। অনেক ল'ৰাই সুদকষা, ষ্টক আদিৰ মূলসূত্ৰবোৰ ভাঁটৌ চৰাইৰ দৰে আওৰাব পাৰিছিল, কিন্তু জীৱনত বেঙ্ক এটাও দেখা নাছিল। আন নালাগে, দোকানৰ খাতা-পত্ৰ আৰু টকা-পইচাৰ হিচাবো ৰাখিব নাজানিছিল। মুঠৰ ওপৰত তেওঁলোক সাংসাৰিক সকলো বিষয়তে তেনেই অজ্ঞ।

এদিন এজন ল'ৰাক আফ্ৰিকাৰ চাহাৰা মৰুভূমি মেপত

দেখুৱাবলৈ কোৰাত তেওঁ অনায়াসে দেখুৱাইছিল। আৰু এজনে মেপত চীনদেশৰ ৰাজধানীও দেখুৱাইছিল। কিন্তু মাটিৰ উত্তৰ-দক্ষিণ, পূব-পছিম আদি দিকবোৰ দেখুৱাব নোৱাৰে! ছোৱালী-বিলাকেও মেজত গিলাচ, চামুচ, বাটি আদি সজাব নাজানে। কিতাপৰ বিদ্যাই সঁচাকৈয়ে তেওঁলোকক মূৰ্খ কৰিয়েই ৰাখিছিল।

চাওঁতে চাওঁতে এমাহৰ ভিতৰতে ছাত্ৰৰ সংখ্যা পঞ্চাশ হৈ পৰিল। ছসপ্তাহৰ ভিতৰতে আমি এজনা উচ্চশিক্ষিতা নিগ্ৰো মহিলা শিক্ষয়িত্ৰীস্বৰূপে পালোঁ। তেওঁ আগেয়ে নানা ঠাইত শিক্ষয়িত্ৰী আৰু পৰিচাৰিকাৰ কাম কৰি যথেষ্ট অভিজ্ঞতা লাভ কৰিছিল। তেওঁৰ নাম আছিল শ্ৰীমতী অলিভিয়া ডেভিডচন। শেষত তেৱেঁই মোৰ গৃহিণী হৈছিল।

তেওঁ এজনা বৰ চোকা-বুদ্ধিৰ মহিলা আছিল, আৰু সদায় নতুন নতুন ভাব তেওঁৰ মনত খেলাইছিল। তেৱোঁ মোৰ দৰেই কিতাপৰ বিদ্যাক আদৰ নকৰিছিল।

আমাৰ স্কুলৰ ছাত্ৰবিলাকে লিখাপঢ়া ভালেই কৰিছিল। কিন্তু স্বাস্থ্যৰক্ষা আৰু শৰীৰপালন সম্বন্ধে তেওঁলোকে অকণো যত্ন নলৈছিল। ল'ৰাবিলাকে লেতেৰা হৈয়েই স্কুললৈকো অহাযোৱা কৰিছিল। আমি বুজিলোঁ, প্ৰথমে তেওঁলোকক চাফচিকুণকৈ থাকিবলৈ শিক্ষা দিয়া উচিত। দ্বিতীয়তে, তেওঁলোকক দাঁত মাজিবলৈ, হাতভৰি আৰু গা ধুবলৈ, কাপোৰ-কানি নিকা ৰাখিবলৈ আৰু ঠাইঘৰ সাৰিবলৈ শিকোৱা উচিত। ঘৰুৱা কামত অভ্যাস হলেই তেওঁলোকৰ স্বাস্থ্য বিষয়ক আৰু সাংসাৰিক জ্ঞান আপোনা-আপুনি জন্মিব। এইবোৰ কামৰ বাহিৰেও তেওঁলোকক ভাত-মোকোলাবৰ উপায়বোৰ হাতে-কামে দেখুৱাই দিয়া ভাল। এবাৰ এইবোৰ কাম শিকি ল'লে, তেওঁলোকে ভবিষ্যতে সহজে পেটৰ ভাত মোকোলাই খাব পাৰিব আৰু লগে লগে মিতব্যয়ীও হ'বলৈ শিকিব।

আমাৰ স্কুলৰ বেচি ভাগ ছাত্ৰই খেতিয়কৰ ল'ৰা আছিল। যিবিলাক গাৱঁৰ পৰা ল'ৰাবিলাক আহিছিল, সেই গাওঁবিলাকৰ শতকৰা ৮০ জন মানুহেই খেতি কৰি পেটৰ ভাত মোকোলাইছিল। গতিকে ল'ৰাবিলাকৰ শিক্ষা এনে হোৱা উচিত যাতে তেওঁলোকে গাওঁ এৰি চাকৰি বিচাৰি নগৰলৈ আহিব লগাত নপৰে আৰু লগে লগে গাৱঁতে থাকি তাতে চাকৰি আৰু খেতি-বাতি কৰি পেটৰ ভাত মোকোলাব পাৰে। এই আদৰ্শ লৈয়েই আমি টাস্কেগী-স্কুলৰ শিক্ষাৰ কামত লাগি গ'লোঁ। মুঠৰ ওপৰত আধা-শিক্ষিত আৰু চৰিত্ৰহীন বাবু সুতুলি, অমি শিক্ষিত আৰু চৰিত্ৰবান খেতিয়ক গঢ়িবলৈ যত্নৱান হ'লোঁ।

কিন্তু কাৰ্য্যক্ষেত্ৰত নামো কেনেকৈ? দিন দিন স্কুলত ল'ৰাৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। ইপিনে আমালোকৰ পদে পদে ধনৰ অভাব, ঠাইৰ অভাব আৰু সুবিধাৰ অভাব! ভগবানৰ ইচ্ছা, এই সময়তে এডোখৰ মাটিৰ সম্ভেদ পালোঁ। মাটিডোখৰ টাস্কেগীৰ ওচৰতে, কিন্তু দাম ১৫০০৲ টকা। এই ঠাই ডোখৰত আগেয়ে এটা গোলামখানা আছিল; তাত ঘৰবাৰী যি দুটা এটা আছে, সিও ভগাছিগা! মাটিৰ গৰাকীয়ে আমাৰ পৰা দুই কিস্তীত ধন লওঁ বুলিছিল। কিন্তু কি কৰিম? ইমানখিনি ধন পাওঁ ক'ৰ পৰা?—হাতত পইচা এটাও নাই। আমি নতুন মানুহ, ধাৰলৈকো কোনেও পইচা এটা দিওঁতা নাই। বিমোৰত পৰি হেম্পটনৰ খাজাঞ্চী মাৰ্চেল চাহাবলৈ চিঠি দিলোঁ। তেখেতে উত্তৰ দিলে, "স্কুলৰ তহবিলত ধন নাই, দিব নোৱাৰিলোঁ। মোৰ নিজৰে পৰা ৭৫০৲ পঠিয়ালোঁ।"

৭৫০৲ টকা পালোঁ। ধন পাই মোৰ আনন্দ চায় কোনে! ইতিপূৰ্ব্বে মই ইমানখিনি ধন একেলগে দেখাই নাছিলোঁ! সি যি হওক, সোনকালেই মাটি কিনিলোঁ। এবছৰৰ ভিতৰতে বাকী ধনখিনি দিম বুলিও গাত ল'লোঁ।

নতুন ঠাইলৈ স্কুল তুলি নিলোঁ। সেই ঠাইত চাৰিটা ভগাছিগা পুৰণি ঘৰ আছিল—এটা ৰান্ধনীঘৰ, এটা খোৱাঘৰ আৰু বাকীটো কুকুৰা-খোৱাঘৰ! কেইদিনমানৰ ভিতৰতে ঘৰ কেইটা মেৰামত কৰি ল'লোঁ। ঘোঁৰাঘৰটোতে স্কুল পাতিলোঁ। প্ৰথমে ঘোঁৰাঘৰ-টোতে কাম চলিছিল। পিচত ছাত্ৰৰ সংখ্যা বঢ়াত কুকুৰাখোৱা-ঘৰটোত শ্ৰেণী বহুৱালোঁ।

এদিন এটা ল'ৰাক ক'লোঁ, "কুকুৰাখোৱা ঘৰটো চাফ কৰি পেলোৱাঁ, ল'ৰা বাঢ়িছে, তাতো শ্ৰেণী পাতোঁ।" লৰাটোৱে ঘপ কৰে উত্তৰ দিলে, "কি মহাশয়! ইমানবিলাক লৰা'ৰ আগতে দিনতে ঘৰটো পৰিষ্কাৰ কৰিম নে? মানুহে কি বুলিব?"

ল'ৰাহঁতৰ দ্বাৰাই ঘৰকেইটা মেৰামত আৰু চাফচিকুণ কৰি স্কুল পাতিলোঁ। কাম ভালেই চলিবলৈ ধৰিলে। ইয়াৰ পিচতে স্কুলৰ দাঁতিতে হাবি কাটি শাক-পাচলি আৰু ফুলৰ বাগিছা পাতিবৰ মন কৰিলোঁ। ল'ৰাহঁতক হাবি কাটি ঠাই চাফ কৰিবলৈ ক'লোঁ। তেওঁলোকে মোৰ কথাত বিৰক্তি বোধ কৰিলে। কিছুমান ছাত্ৰই আগেয়ে শিক্ষকৰ কামো কৰিছিল। তেওঁলোকে এতিয়া কোৰমৰা কাম বৰ টান যেন পালে। তেওঁলোকে ভাবিলে—মাটিকোৱাৰ লগত লিখা-পঢ়াৰ সম্বন্ধ কি? মই তেওঁলোকক সেই বিষয়ে উপদেশ দিলোঁ, তথাপিও তেওঁলোকৰ লাজ নেভাগিল। অগত্যা নিজেই পুৰাই কোৰ লৈ মাটি কুৰিবলৈ ধৰিলোঁ। এইদৰেই কেতবখিনি মাটি চাফ কৰি পেলালোঁ। ল'ৰাহঁতে দেখিলে, এই কামত মোৰ অলপমানো অপমান হোৱা নাই। লাহে লাহে সকলোৱে মোক সাহায্য কৰিবলৈ ধৰিলে। এইদৰেই প্ৰায় ৬০ বিঘা মাটি কোৱা হ'ল।

ইপিনে শ্ৰীমতী ডেভিডচনে মাটিৰ বাকীখিনি দিবৰ নিমিত্তে নানা উপায়েৰে ধন তুলিবলৈ ধৰিলে। প্ৰথমতে তেওঁ স্কুলঘৰতে কেইবাখনো প্ৰদৰ্শনী বা মেলা পাতিছিল। এই মেলাত বেচিবৰ

কাৰণে তেওঁ নিগ্রো আৰু চাহাবসকলৰ ঘৰে ঘৰে গৈ বস্তু খুজি আনিছিল। নিগ্রোবিলাকে উৎসাহেৰেই অনেক বস্তু দিছিল। কোনোৱে আলু, কোনোৱে ৰুটি, কোনোৱে ৰুমাল, কোনোৱে চেনি প্রভৃতি বস্তু মেলাত বেচিবলৈ দিছিল। এইবোৰ বস্তু বেচি মেলাৰ পৰা কিছু ধন পোৱা গৈছিল। এইদৰেই স্কুলঘৰতে কেইবাখনিও মেলা বহিছিল।

ইয়াৰ পিচত শ্রীমতী ডেভিডচনে এটা চান্দাৰ বহি খুলিছিল। দুই চাৰি পইচাৰ পৰা আৰম্ভ কৰি অনেকে ৫৲।১০৲ টকা পর্য্যন্ত স্কুললৈ এককালীন দান দিছিল। কোনোৱে আকৌ এডাল কুঁহিয়াৰকে দিছিল।

এদিন মই এখন চকীত বহি আছোঁ, এনেতে এজনী প্রায় ৭০ বছৰীয়া বুঢ়ী আহি মোৰ ওচৰত উপস্থিত হ'লহি। তেওঁৰ গাৰ কাপোৰ-কানি ফটাছিটা বুলিও চাফ-চিকুণ আছিল। তেওঁ খোৰাই খোৰাই আহি মোক কৈছিল, "মহাশয়, মোৰ দিন কেইটা গোলামী কৰোঁতেই গ'ল; আখৰ এটাকে চিনিবলৈ নেপালোঁ। কিন্তু আপুনি আৰু শ্রীমতী ডেভিডচনে আমাৰ সমাজৰ কাৰণে যি কাম হাতত লৈছে, তাৰ বাবে আপোনালোকক মোৰ হৃদয়ৰ কৃতজ্ঞতা জনাইছোঁ। মই বুঢ়ীৰ কি আছে? কি দিম? মই কেঁচা পইচা জীৱনত দেখি পোৱা নাই। তথাপিও মই এই ছটা কণী আনিছোঁ। অনুগ্রহ কৰি আপোনালোকে এই কণী কেইটা বেচি যি পায় তাকে সাদৰেৰে মোৰ চান্দা বুলি ল'ব।"

টাস্কেগীত স্কুল পতাৰ দিনৰ পৰা অনেকৰ পৰা অনেক ৰকমে সাহায্য পাইছোঁ। কিন্তু সেই বুঢ়ীৰ কথা মোৰ মনত এতিয়াও আছে; পাহৰিব পৰা নাই।

---

## নৱম অধ্যায়

### ধনৰ চিন্তা আৰু উজাগৰ ৰাতি

বৰদিনৰ বন্ধ আৰম্ভ হ'ল। ৰাতি দুই বজাৰ পৰা পুৱালৈকে শই শই ল'ৰা-ছোৱালীবিলাকে আমাৰ ঘৰলৈ উপহাৰ বিচাৰি আহিবলৈ ধৰিলে। এতিয়াও দক্ষিণ-অংশত বৰদিনৰ সময়ত জাকে জাকে ল'ৰাছোৱালীবিলাকে ঘৰে ঘৰে উপহাৰ বিচাৰে।

আগেয়ে বৰদিনৰ উৎসৱত নিগ্ৰোবিলাকে এসপ্তাহ ছুটী পাইছিল। সেই সময়ত মতাবিলাকে অতিপাত মদ খাইছিল। এতিয়া টাস্কেগীতো বৰদিনৰ এদিন আগৰে পৰা মানুহবিলাক কাম কৰিবলৈ এৰিলে। আগেয়ে যি কেতিয়াও মদ নাখাইছিল, তেনে মানুহেও এতিয়া মদ খাই পাগলামী কৰিবলৈ ধৰিলে।

সকলো গাৱঁতে উৎসৱ, সকলো ঠাইতে ৰংধেমালি আৰু নাচ-গান—ক'তো সংযম নাই। সেই দিনত কোনো কোনোৱে হাতত বন্দুক লৈ চিকাৰ কৰিবলৈ ওলাল। তেওঁলোক মহাত্মা যীশুৰ জন্মতিথি উপলক্ষ্য লৈ অশ্লীলতা আৰু উচ্ছৃংখলতাৰ সোঁত বোৱাবলৈ ধৰিলে।

বৰদিনৰ উৎসৱ চাবলৈ এদিন গাৱঁৰ ভিতৰলৈ সোমালোঁ। দেখিলোঁ, এটা কুঠৰীত এজাক ল'ৰাই ফটকা মাৰি আনন্দ কৰিছে; আৰু এঠাইত দেখিলোঁ, কেইটামান কলা মাত্ৰ আঁৰি থোৱা আছে,—দহৰাৰটামান ল'ৰাই তাকে চিঙি চিঙি খাইছে; আন এঠাইত দেখিলোঁ, উৎসৱত খাবৰ নিমিত্তে ঘৰৰ গৰাকীয়ে ছুডোখৰ কুঁহিয়াৰ আনি থৈছে। এঘৰত দেখিলোঁ, সস্তা দৰত এবটল মদ কিনি গিৰিয়েক ঘৈণীয়েক দুয়ো খাইছে। অথচ, সেই মতামানুহজন

সেই গাৱঁৰে ধৰ্ম্মপ্ৰচাৰক। কোনো কোনো ঠাইত ল'ৰাবিলাকে বিজ্ঞাপনৰ ছপা-কাৰ্ড কিছুমান লৈ ৰং-ধেমালি কৰিছে। কোনোৱে আকৌ এটা নতুন পিস্তল কিনি গাওঁখনতে জাহিৰ কৰি ফুৰিছে।

শুনিলোঁ, এঠাইত ৰাতি নাচগান হ'ব ; মদৰো বিশেষ আয়োজন আছে। এনে নাচগানত, অনেক সময়ত কাঁজিয়া-পেচাল আৰু মাৰপিটো হয়।

এইদৰেই উৎসৱ চাই ফুৰোঁতে এজন ধৰ্ম্মপ্ৰচাৰকক পালোঁ। তেওঁ ক'লে, "পৃথিবীৰ আদিম মানুহ আডামৰ জীৱনীৰে পৰা জানিব পাৰি যে, কামৰ প্ৰতি ঈশ্বৰৰ শাওঁপাত আছে ; তেওঁ কাম ভাল নাপায়। আৰু সেই কাৰণেই কাম কৰা মহাপাপ। মানুহে যিমানেই কম কাম কৰে, সিমান ভাল। মই এই সপ্তাহটো শান্তিৰে আছোঁ—কিয়নো মই মুঠেই কাম কৰা নাই আৰু সেই বাবেই পাপো অৰ্জ্জা নাই।"

এইবোৰ কাণ্ড দেখি শুনি মই ল'ৰাহঁতক বৰদিনৰ সাৰ্থকতা বিষয়ে বুজাবলৈ ধৰিলোঁ। আমাৰ বুজনিৰ ফল ধৰিলে। লাহে লাহে আন মানুহেও বৰদিনৰ সাৰ্থকতা বুজিবলৈ ধৰিলে। আজি-কালি নিগ্ৰোবিলাকে বৰদিনত যথেষ্ট সংযম আৰু পবিত্ৰ 'ভাব দেখুৱা-বলৈ শিকিছে, আৰু পৰোপকাৰত মন দিছে। দুখীয়া মানুহৰ দুখ দেখিলে তেওঁলোকে সেই দুখ গুচাবৰ নিমিত্তে যত্ন কৰে। অলপতে তেওঁলোকে দুখীয়া মানুহ এজনীৰ নিমিত্তে পঁজাঘৰ এটা সাজি দিছে· আৰু এজন মানুহে জাৰত কষ্ট পাইছিল বুলি কোৱাত তেওঁলোকে দুটা চোলা তেওঁলৈ পঠাই দিছে।

আমি প্ৰথমৰ পৰাই পঢ়াশালিখন· গোটেই গাওঁখনৰ জীৱনৰ কেন্দ্ৰস্বৰূপে গঢ়ি তুলিছিলোঁ। এই স্কুলখন ক'লা-বগা দুয়োবিধ মানুহৰে সম্পত্তি—কোনো এক সম্প্ৰদায়ৰ নহয়। সকলোৱেই এই স্কুলৰ মালিক আৰু পৰিচালক। মাটিৰ মূল্য দিবৰ কাৰণে, মই চান্দাৰ বহি লৈ চাহাবসকলৰ ঘৰলৈকো গৈছিলোঁ। মোৰ কাম

দেখি চাহাবসকলেও এই স্কুলখন তেওঁলোকৰো সম্পত্তি বুলি বুজিব পাৰিলে। তেওঁলোকেও মোক নানা উপায়েৰে সাহায্য কৰিবলৈ আগ বাঢ়িল। লাহে লাহে·সকলোৱে ক'লা-বগাৰ প্ৰভেদ পাহৰি গৈ পঢ়াশালিখনৰ উন্নতিত মন ঢালি দিলে।

এতিয়া টাস্কেগী স্কুলৰ চাহাব বন্ধু অনেক। মই প্ৰথমৰে পৰা তেওঁলোকৰ লগত বন্ধুত্ব স্থাপন কৰি আহিছোঁ। আৰু দক্ষিণ-অঞ্চলৰ নিগ্ৰোবিলাককো চাহাবসকলৰ লগত বন্ধুভাবে থাকিবলৈ সদায় উপদেশ দি আহিছোঁ।

আমি স্কুলৰ নিমিত্তে ধন তুলিবলৈ ধৰিলোঁ। মেলা, প্ৰদৰ্শনী, মুষ্টিভিক্ষা, চান্দা আদিৰ পৰা আমি তিনি মাহতে মাৰ্চেল চাহাবৰ পৰা ৭৫০৲ টকা আদায় কৰিলোঁ। তাৰ পিচত, দুমাহতে বাকী ৭৫০৲ যোগাৰ কৰি মাটিৰ গৰাকীৰ ধাৰ মাৰিলোঁ। মাটিখিনি আমাৰ হৈ পৰিল। অতি আনন্দৰ বিষয় এই যে, এই সমস্ত ধন টাস্কেগীৰ চাহাব আৰু নিগ্ৰোসকলৰ পৰাই পাইছিলোঁ।

ইয়াৰ পিচত আমি খেতি কৰিবৰ আয়োজন কৰিলোঁ। খেতি কৰিলে স্কুলৰো আয় হব আৰু লগে লগে ল'ৰাবিলাকেও খেতি-বাতি সম্বন্ধে যথেষ্ট অভিজ্ঞতা আৰ্জ্জিব, আৰু লগতে আমি সুখেৰেও এমুঠি খাব পাৰিম।

স্কুলৰ ল'ৰাবিলাকৰ অৱস্থা ইমান বেয়া আছিল, স্কুলত তিনি মাহৰ বেচি, ধন খৰচ কৰি থাকিব নোৱাৰে। গতিকে তেওঁলোকে বাকী কেইমাহো যাতে ধন খৰচ কৰি থাকিব পাৰে, তাৰে দিহাত লাগি গ'লোঁ। এই কাৰণেই প্ৰথমতে খেতিতে ধৰিলোঁ। তাৰ পিচত সুবিধা হ'লে মিস্ত্ৰিৰ কাৰখানা আৰু সোণাৰী-শাল পাতিবৰো মন কৰিলোঁ।

টাস্কেগীত প্ৰথমতে এটা কণা ঘোঁৰাৰে 'পশুপালন' আৰম্ভ কৰিলোঁ। সেই ঘোঁৰাটো এজন চাহাবে অনুগ্ৰহ কৰি দান কৰিছিল। আজিকালি আমালোকৰ 'পশুশাল'ত ২০০ মান ঘোঁৰা,

খচ্চৰ, বলধ প্ৰভৃতি আৰু ৬০০ মান গাহৰি আৰু কিছুমান ভেৰা ছাগলিও আছে।

ল'ৰাৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে। পুৰণি ঘৰত এতিয়া ঠায়ে নতা হ'ল। এটা নতুন ঘৰ কৰিবৰ প্ৰস্তাব তুলিলোঁ। হিচাব কৰি চালোঁ, সেই ঘৰত আনুমানিক ২০,০০০৲ টকা পৰিব। কিন্তু ইমান ধন ক'ৰ পৰা পাওঁ? বিমোৰত পৰিলোঁ। ইপিনে নতুন ঘৰ নকৰিলেও নহয়। বিশেষতঃ আমি ল'ৰাবিলাকক একে ঠাইতে ৰাখি আমালোকৰ আদৰ্শ অনুসাৰে গঢ়ি তুলিব খুজিছিলোঁ। ঘৰ নহলে তেনে কাম সম্ভব নহয়। পলম কৰাৰ সময় নাই। গতিকে অতি সোনকালেই এটা ডাঙৰ ঘৰ কৰাই স্থিৰ কৰিলোঁ।

লাহে লাহে আমাৰ কথা সকলো ঠাইতে জনাজাত হৈ পৰিল। এদিন দক্ষিণ-অঞ্চলৰ এজন চাহাব-সদাগৰে মোক ক'লে, "শুনিছোঁ, আপোনালোকে এটা নতুন ঘৰ সাজিব খুজিছে; মই আপোনা-লোকক সকলো কাঠ দিম, তাৰ দাম এতিয়াই দিব নেলাগে, আপোনালোকৰ সুবিধা অনুসৰি দিলেই হব।" মই তেওঁক জনালোঁ, "আমাৰ হাতত এতিয়া এটা পইচাও নাই।" তেওঁ ক'লে, "সেই কথা মই জানো, তথাপিও মই আপোনালোকৰ মাটিত সোনকালেই কাঠ পেলাই দিয়াম।" মই ক'লোঁ, "আৰু কিছুদিন অপেক্ষা কৰক, আমাৰ হাতত অলপ ধন হওক। তাৰ পিচত আপোনাক জনাম।"

ইয়াৰ কিছুদিনৰ পিচতেই হাতত অলপ টকা জমাই আমি সদাগৰক কাঠ পেলাবলৈ অনুৰোধ কৰিলোঁ।

এইবাৰো কুমাৰী ডেভিডচনে ধন তুলিবলৈ নানা উপায়েৰে চেষ্টা কৰিবলৈ ধৰিলে। এই ঘৰৰ কথা শুনি নিগ্ৰোবিলাক অতি আনন্দিত হ'ল। ধন তুলিবৰ নিমিত্তে আমি এদিন এখন সভা পাতিলোঁ। সভাৰ কাম আৰম্ভ হৈছে, এনেতে এজন আদ্‌বয়সীয়া মানুহ সভাত থিয় দিলে। তেওঁ ১২ মাইল দূৰৰ পৰা আহিছে, আৰু লগত এটা গাহৰি আনিছে। তেওঁ সভাৰ মাজত ক'বলৈ

ধৰিলে "বাইজ সকল! মোৰ ধন-বিত্ একো নাই, মুঠতে দুটা গাহৰি আছে—মই তাৰে এটা আপোনালোকৰ ঘৰৰ খৰচৰ কাৰণে দান কৰিছোঁ। আশা কৰোঁ, গাহৰিটো বেচি আপোনালোকে সেই ধন আপোনালোকৰ স্কুলত খৰচ কৰিব। মই আপোনাসকলক কাতৰ ভাবে নিবেদন কৰিছোঁ, যদি আপোনালোকৰ স্বজাতিৰ কাৰণে অকণমানো মৰম আছে, তেনে আপোনালোকে প্ৰত্যেকেই এটা এটা গাহৰি নতুন স্কুল ঘৰৰ নিমিত্তে দান কৰক। মোৰ বিশ্বাস আপোনালোকে মোৰ কথা দলিয়াই নেপেলায়।"

তেওঁ কথা কৈ শেষ কৰাৰ পিচতে আৰু কেইজনমান নিগ্ৰো ডেকাই সভাত থিয় দি ক'বলৈ ধৰিলে, "আমি এই বাইজৰ মাজত থিয় দি শপত খাই কৈছোঁ, যে, এই স্কুলঘৰৰ নিমিত্তে আমি দুসপ্তাহ নিজে খাটি দিম।"

দক্ষিণ-অঞ্চলৰ পৰা ২০,০০০৲ টকা উঠা অসম্ভৱ। সেই কাৰণে কুমাৰী ডেভিডচনে চান্দা তুলিবৰ কাৰণে উত্তৰ-অঞ্চললৈ গ'ল। সেই ঠাইত তেওঁ বহুতো ধৰ্ম্ম-মন্দিৰত বক্তৃতা দিবলৈ ধৰিলে। অনেক ঠাইত তেওঁ স্কুলবিলাকতো সভা পাতি বাইজক টাস্কেগী স্কুলৰ বিষয়ে জনাইছিল। অনেকেই টাস্কেগীৰ নামকে শুনা নাছিল। সি যি হওক, তেওঁৰ যত্নত উত্তৰ-অঞ্চলৰ মানুহবিলাকেও টাস্কেগীৰ প্ৰতি সহানুভূতি দেখুৱাবলৈ ধৰিলে।

কুমাৰী ডেভিডচন এদিন এখন জাহাজত নিউয়ৰ্ক নগৰলৈ গৈছিল। জাহাজতে এজনী ইয়াঙ্কী মহিলাৰ লগত তেওঁৰ কথা-বতৰা হৈছিল। যাবৰ সময়ত সেই মহিলাই তেওঁৰ হাতত ১৫০৲ টকাৰ এখন 'চেক্' লিখি দিছিল।

ধন তুলিবৰ কাৰণে শ্ৰীমতী ডেভিডচনে বৰ পৰিশ্ৰম কৰিছিল। কেতিয়াবা খোজ কাঢ়িবলৈকো তেওঁৰ শক্তি নোহোৱা হৈছিল। এদিন তেওঁ বোষ্টন নগৰত এজনী মহিলাৰ লগত দেখা কৰিবলৈ গৈছিল। তেওঁৰ ভিতৰলৈ কাৰ্ড পঠালে। কাৰ্ড পাই মহিলা

গৰাকী বৈঠকখানালৈ আহি দেখে, কুমাৰী ডেভিডচন চকী এখনতে টোপনি গৈছে।

কুমাৰী ডেভিডচনৰ অনেক কাম আছিল। তেওঁ স্কুলৰো এজনী শিক্ষয়িত্ৰী আছিল; অনেক মহিলাক ঘৰতে শিকাইছিল, আৰু দেওবাৰে স্কুল এখন চলোৱাৰ ভাৰো তেওঁৰ মূৰতে পৰিছিল। ইয়াৰ উপৰিও, টাস্কেগী স্কুলৰ সাহায্যকাৰী বন্ধুসকলৈ তেওঁ সময়ে সময়ে চিঠি দি স্কুলৰ অৱস্থা জনাইছিল। এইদৰেই তেওঁ নানা ঠাইত টাস্কেগী স্কুলৰ বন্ধু গোটাইছিল।

ঘৰৰ কাম আৰম্ভ হ'ল। পোৰ্টাৰ নামে এজন চাহাবে ঘৰৰ নিমিত্তে কিছু বেচি ধন দান কৰিছিল; সেই কাৰণেই তেওঁৰ নামে ঘৰৰ নাম 'পোৰ্টাৰ হল' ৰখা হ'ল। এই ঘৰ সাজিবৰ নিমিত্তে আমি ধনৰ অভাৱ বৰ বেচিকৈ অনুভৱ কৰিছিলোঁ।

এবাৰ এজন পাওনাদাৰক কথা দিলোঁ, "অমুক তাৰিখৰ দিনা আপোনাৰ পাবলগীয়া ১২০০৲ টকা আদায় দিম।" সেই তাৰিখ আহি পৰিল, কিন্তু হাতত এটা পইচাও নাই। দহবজাৰ সময়ত ডাক পালোঁ। ডাকৰ লগতে কুমাৰী ডেভিডচনৰ পৰা এখন চিঠি আহিল। চিঠিৰ লগতে এখন ১২০০৲ টকাৰ চেক্। দেখি আচৰিত হ'লোঁ। ১২০০৲ টকা বোষ্টন নগৰৰ দুগৰাকী মহিলাই দান কৰিছে। এই দুগৰাকী মহিলাই পিচৰ বছৰতো ১৮০০৲ টকা দান কৰিছিল। যোৱা ১৪ বছৰ এই দুজনা মহিলাই প্ৰতি বছৰে ১৮০০৲ টকা আমালোকৰ স্কুলত দান কৰি আহিছে।

ঘৰ সজাৰ আগতে মাটি কটা কাম আৰম্ভ কৰা হ'ল। ল'ৰা-বিলাকে নিজেই এই কাম হাতত ল'লে। অৱশ্যে এতিয়ালৈকে আগৰ স্বভাৱ এৰিব পৰা নাছিল। বহুতে ভাবিছিল যে, তেওঁলোকে লিখাপঢ়া কৰিবলৈ আহিছে, মাটি কাটিবলৈ অহা নাই। সি যি হওক, অলপ অলপকৈ কাম কৰি তেওঁলোকে শাৰীৰিক পৰিশ্ৰমৰ উপকাৰিতা বুজিব পাৰিলে।

মাটি কটা হ'ল। তাৰ পিচত মহাসমাৰোহেৰে 'ভেটি প্ৰতিষ্ঠা' উৎসৱত মনোযোগ দিলোঁ।

ষোলবছৰৰ আগেয়ে সকলোবিলাক গোলাম আছিলোঁ। দক্ষিণ-অঞ্চলৰ এই ভাগতে গোলামবিলাকৰ খেতি-বাতি বেচি পৰিমাণে আছিল। সেই কাৰণেই এই বিভাগৰ নাম ক'লা বা কৃষ্ণ বিভাগ আছিল। তেতিয়াৰ দিনত নিগ্ৰোক লিখা-পঢ়া শিকোৱাটো সকলোৱে মহাপাপ বুলি ভাবিছিল। যি শিক্ষকে নিগ্ৰোক লিখাপঢ়া শিকাব খুজিছিল, তেওঁক সকলোৱে নিন্দা কৰিছিল, আন কি তেওঁ আইন অনুসাৰে দণ্ডনীয়ও হৈছিল। আজি তেনে সমাজৰ মাজত স্কুল প্ৰতিষ্ঠাৰ মহোৎসৱ। আজিৰ দিনত সকলোৰেই আনন্দ, সকলোৰেই স্ফূৰ্ত্তি।

এই প্ৰদেশৰ শিক্ষাসচিবেই সভাপতি আছিল। তেওঁ ঘৰ প্ৰতিষ্ঠাৰ আৰম্ভণি-বক্তৃতা কৰিলে। যি ঠাইত ভেটি প্ৰতিষ্ঠাৰ আয়োজন হৈছিল সেই ঠাইত শিক্ষক, ছাত্ৰ, অভিভাৱক, আত্মীয়, বন্ধু, প্ৰাদেশিক ৰাষ্ট্ৰৰ কৰ্ম্মচাৰী, মহাজন আদি সকলো মানুহ গোট খাইছিল। ষোলবছৰৰ আগেয়ে যি সকল মানুহ গোলামখানাৰ মালিক আছিল, আজি তেওঁলোকৰ সাহায্যতে গোলামজাতিৰ শিক্ষা-মন্দিৰৰ ভেটি-প্ৰতিষ্ঠা-কাৰ্য্য সম্পাদিত হ'ল। ইয়াতকৈ আনন্দৰ বিষয় আৰু কি আছে? ক'লা বগা সকলোৱেই সেই ভেটিৰ তলত একো একোটা চিন ৰাখিবলৈ ব্যগ্ৰ হৈ উঠিল। এই-দৰেই ভেটি প্ৰতিষ্ঠা কৰা কাম শেষ হৈ গ'ল।

ঘৰ সজাৰ কাম চলিবলৈ ধৰিলে। ইপিনে, ধনৰ অভাৱে প্ৰতি পদে আমাক হেঁচি ধৰিলে। ভাবি চিন্তি একো উৱাদিহ নোপোৱা হলোঁ। হাতত এটা কড়িও নাই, অথচ, পাওনাদাৰৰ বিলৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে। কিমান দিন ৰাতি শোৱাপাটীত পৰি উজাগৰে কটালোঁ তাৰ সীমা সংখ্যা নোহোৱাত পৰিল। ভুক্তভোগীৰ বাহিৰে আমাৰ দুখৰ কথা কোনে বুজিব?

মোৰ কামত জৰ্জ্জ কেম্বেল নামে এক চাহাবে সদায় সজ উপদেশ দিছিল। তাৰ বাহিৰেও বিপদৰ সময়ত আৰ্মষ্ট্ৰং চাহাবৰ পৰা কিমান উপকাৰ পালোঁ, সেই কথা বহলাই নিলিখিলেও হব।

১৮৮২ চনত মই শ্ৰীমতী স্মিথক বিয়া কৰালোঁ। তেওঁ এজনী গ্ৰেজুয়েট্ মহিলা আছিল। ঘৰৰ আৰু স্কুলৰ নেৰা-নেপেৰা কাম কৰি ছুবছৰৰ মূৰতে পৰ্চীয়া নামেৰে এটী ছোৱালী এৰি তেওঁ স্বৰ্গী হ'ল। স্কুলৰ কামতে তেওঁ মন-প্ৰাণ একেবাৰেই সঁপি দিছিল, কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁ সুফল চাবলৈ নেথাকিল। মই আকৌ অকলশৰীয়া হ'লোঁ।

---

## দশম অধ্যায়

### অসাধ্য সাধন

মই প্ৰথমৰ পৰাই টাস্কেগী স্কুলৰ ল'ৰাবিলাকক মোৰ নিজৰ নতুন আদৰ্শমতে গঢ়ি তুলিবলৈ চেষ্টা কৰিছিলোঁ! মোৰ মতেৰে স্কুলৰ ল'ৰাবিলাকে সকলো কাম নিজহাতে কৰা উচিত। সকলো প্ৰকাৰ ঘৰুৱা কাম, কৃষি আৰু শিল্পত অভ্যাস থাকিলে, তেওঁলোক আগলৈ লেখৰ মানুহ হৈ উঠিব পাৰিব। এই সকলো কাম ল'ৰাবিলাকে নিজহাতে কৰিলে, তেওঁলোকে কামৰ মৰ্য্যাদা আৰু মোল বুজিব? সেই কাৰণে মই কামৰ পুৰণি ধৰণতে আবদ্ধ নাথাকি তেওঁলোকৰ মাজত নতুন আদৰ্শ আৰু প্ৰণালী বুজাই দিবলৈ ধৰিলোঁ আৰু লগে লগে সকলোবোৰ কামতে তেওঁলোকক হাতে কলমে লগাবলৈ ধৰিলোঁ। ইয়াৰ বাহিৰেও, পানী, বতাহ, বিজুলী আদি প্ৰকৃতিৰ শক্তিবোৰৰ পৰাও কেনেকৈ মানুহে সাহায্য লাভ কৰিব পাৰে, তাকো তেওঁলোকক পৰিপাটিকৈ বুজালোঁ।

অনেক বন্ধুৱে মোক ল'ৰাৰ দ্বাৰা ঘৰ সজাবলৈ হাক দিছিল। মই কিন্তু তেওঁলোকৰ হাক-বচন নুশুনিলোঁ। লৰাবিলাকে ঘৰ কৰিলে, প্ৰথমতে বেয়া হব পাৰে, কিন্তু পিচত তেওঁলোকৰ যে যথেষ্ট অভিজ্ঞতা জন্মিব, আৰু লাহে লাহে তেওঁলোকৰ কাম ভাল হৈ উঠিব, তাত কোনো সন্দেহ নাই। তেওঁলোকে সজা ঘৰবোৰ প্ৰথমতে দেখিবলৈ সুন্দৰ নহব পাৰে, কিন্তু তেওঁলোকৰ অভিজ্ঞতা আৰু আত্ম-নিৰ্ভৰতাই পিচৰ ঘৰবোৰ নিশ্চয় সুন্দৰ কৰি তুলিব। সেই কাৰণেই মোৰ মতে প্ৰথমেই কৰা ঘৰবোৰ দেখাত বেয়া হলেও দুখ কৰা উচিত নহয়। মই মোৰ বন্ধু সকলক বুজাইছিলোঁ যে,

আমাৰ ল'ৰাবোৰ তেনেই দুখীয়া। তেওঁলোক গাৱঁত থাকে, ঘৰৰ ভিতৰত কেৱল কাঠৰ কুঠৰী এটা; তুলা, চেনি আৰু চাউলৰ অভাৱত তেওঁলোকে পথাৰত দিনৰ দিনটো কাম কৰে। গতিকে তেওঁলোকে যদি আমালোকৰ স্কুলৰ পকী-ঘৰত প্ৰথমতেই থাকিবলৈ পায়, তেনেহলে তেওঁলোকৰ আনন্দত ঠাই নোহোৱা হ'ব। কিয়নো কষ্টৰ পিচত সুখ আছেই। কিন্তু মোৰ মনেৰে এনে অৱস্থাত তেওঁলোকক এটা নতুন আদৰ্শ আৰু জীৱনৰ নতুন লক্ষ্য দিব নোৱাৰিলে, আমাৰ সকলো চেষ্টা মিছায়ে যাব। সেই কাৰণেই কওঁ, ভাল ঘৰত থকাৰ লগে লগেই ভাল ঘৰ সাজিবলৈকো শিকা উচিত। প্ৰথমতে তেওঁলোকৰ ভুল হব পাৰে, কিন্তু সেই ভুলে ভৱিষ্যত জীৱন গঢ়ি তোলাৰ সুবিধা কৰি দিব।

মই আজি টাস্কেগীত ১৯ বছৰ কটাইছোঁ। ইমান দিনৰ ভিতৰত আমাৰ স্কুলত ৪০টা ঘৰ সজা হৈছে। ৪টাৰ বাহিৰে বাকী ৩৬টা ঘৰ ল'ৰাবিলাকে নিজ হাতে কৰিছে, তাত বাহিৰা মানুহৰ সাহায্য লোৱা হোৱা নাই।

আজিকালি দক্ষিণ-অঞ্চলত জিলাই জিলাই অনেক মানুহেই ঘৰ সাজিবলৈ শিকিছে। তেওঁলোকে আদিতে টাস্কেগীত কাম শিকিছিল। তাৰ বাহিৰেও সেই স্কুলৰ ল'ৰাবিলাকৰ লগত পৰি আন মানুহেও মিস্ত্ৰিৰ কাম শিকিছে আৰু লগে লগে স্কুলৰো যথেষ্ট উন্নতি হৈছে। কিয়নো, বছৰে বছৰে ল'ৰা আহিছে আৰু গৈছে, কিন্তু ঘৰ সজা বিদ্যা আমাৰ স্কুলত চলিবই লাগিছে। পুৰণি ল'ৰা-বিলাকৰ দৰে এতিয়া নতুন ল'ৰায়ো মাটি-কটা, গাঁত-খনা কামৰ পৰা আৰম্ভ কৰি বিজুলী-বাতি, গেচৰ কল বহুৱালৈকে সকলোবোৰ কামকে ল'ৰাহঁতে নিজহাতে কৰিবলৈ শিকিছে। এতিয়া আমি ঘৰ সাজোঁতে কোনো বিষয়তে লোকৰ সাহায্য বা উপদেশ ল'ব লগাত নপৰোঁ। আনন্দৰ কথা এই যে, কোনো নতুন ল'ৰাই স্কুল-ঘৰৰ বাৰত পেনচিলেৰে দাগ দিব খুজিলে বা মেজত কটাৰীৰে নাম লিখিব

খুজিলে পুৰণি ল'ৰাবিলাকে সিহঁতক হাক দি কৈছিল, "ভাই, এইবোৰ বেয়া নকৰিবা ; আমিয়েই সাজিছো, বেয়া হলে আমিয়েই ভাল কৰিব লাগিব।"

ঘৰ সাজিবলৈ ইটা তৈয়াৰ কৰিবৰ সময়ত আমি বৰ বিপদত পৰিছিলোঁ। আমি নিজে ইটা তৈয়াৰ কৰাৰ বিশেষ কাৰণো আছিল। সেই সময়ত টাস্কেগীত ইটাৰ কাৰখানা নাছিল, তাৰ উপৰিও বজাৰত ইটাৰ বৰ চলন্তি আছিল। গতিকে এই ছলতে আমি ইটাৰ কাৰবাৰ খুলিবলৈ মন মেলিলোঁ।

বাইবেলত পঢ়িছিলোঁ—ইজ্ৰেলৰ ল'ৰাবিলাকে খেৰ-কাঠ নোহোৱাকৈয়ে ইটা তৈয়াৰ কৰিবলৈ বাধ্য হৈছিল। এতিয়া দেখিলোঁ, আমাৰ কষ্টও তেওঁলোকতকৈ কোনো গুণেই কম নহয়, কিয়নো এই বিষয়ত আমাৰ সমূলি অভিজ্ঞতা নাছিল।

ইটা সজা কাম তেনেই ঢিলা নহয়। বোকাৰ গাঁতত ৩।৪ ঘণ্টা থিয় দি সোমাই থকা বৰ টান। আঠুলৈকে বোকা লাগি থাকে, কাপোৰ-কানিও লেতেৰা হয়। ল'ৰাবিলাকে এই কাম কৰিব লগা হোৱাত সিহঁতৰ মন কোচ খাই গ'ল। ইমান দিন কোনো মতে বুজাই বৰাই মাটি-কোৰা কামত লগাইছিলোঁ। কিন্তু বোকা খচিবৰ পাল পৰিলত ল'ৰাহঁত অধৈৰ্য্য হৈ পৰিল। এনে টান কাম কৰিব লগা হোৱাত ল'ৰাহঁতে মৰণাস্তিক বেজাৰ পালে। বহুতো ল'ৰাই এই দুখতে স্কুলকে এৰিলে।

প্ৰথমতে ভাবিলোঁ, ইটা তৈয়াৰ কৰা কাম বৰ সহজ, কিন্তু কাৰ্য্য-ক্ষেত্ৰত নামি চালোঁ, এই কামতো অভিজ্ঞতা লাগে। নানা ঠাইত মাটি বিচাৰি, নানা ঠাইত গাঁত খানি, অৱশেষত এখন ঠাইত ভাল মাটি পালোঁ। তাৰ পিচত নানা কষ্টেৰে ২৫,০০০ হেজাৰ কেঁচা ইটা সজা হ'ল। ইটা সজা হ'ল হয়, কিন্তু পোৰা কাম বৰ টান। পুৰিবলৈ গৈয়েই মহা বিপদত পৰিলোঁ। এটা এটাকৈ তিনটা ভটা কৰিও ইটা ভালকৈ পুৰিব নোৱাৰিলোঁ। আমাৰ স্কুলৰ

কেইজনমান শিক্ষকে হেম্পটনত ইটা পুৰিবলৈ শিকিছিল। তেওঁ-লোকে তৃতীয় ভটাটো সাজোঁতে বিশেষ ৰকমে চকু দিছিল। এসপ্তাহমান ইটাখিনি ভালভাবেই পুৰিছিল, কিন্তু সাতদিনৰ পিচত ৰাতি এটামান বজাত হঠাৎ ভটাটো ভাগি থাকিল। তৃতীয় বাৰো আমি বিফল হলোঁ। মনটো বৰ বেয়া লাগিল।

সকলোৱেই ক'বলৈ ধৰিলে, আৰু চেষ্টা কৰিবৰ একো সকাম নাই, আমালোকৰ দ্বাৰা ইটা তৈয়াৰি নহয়। ইপিনে নতুনকৈ ভটা সাজিবলৈ মোৰ হাতত পইচা এটাও নাই। মই মহা চিন্তাত পৰিলোঁ।

মোৰ এটা পুৰণি ঘড়ী আছিল। সেই ঘড়ীটোকে লৈ আন এখন চহৰলৈ গ'লোঁ। তাত এখন দোকানত ঘড়ীটো বন্ধক থৈ ৫০৲ টকা ধাৰলৈ ল'লোঁ। এই টকাৰে আকৌ নতুন ভটাৰ কাম আৰম্ভ কৰিলোঁ। ভগবানে এইবাৰ চকু মেলি চালে। এইবাৰ কামত কৃতকাৰ্য্য হলোঁ। আমাৰ কাৰখানাত ২৫,০০০ ইটা পোৱা হ'ল।

আজিকালি টাস্কেগী স্কুলত ইটাৰ কাৰবাৰ বৰ বেচিকৈয়ে চলিছে। যোৱা বছৰ আমি ১,২০০,০০০ ইটা তৈয়াৰ কৰিছিলোঁ। সেই ইটা ইমান সুন্দৰ আৰু মজপুত যে তাক যেই সেই বজাৰত অতি চৰা দামতে বেচিব পাৰোঁ। সি যি হওক, যোৱা কুৰি বছৰৰ শিক্ষাৰ ফলত আজি দক্ষিণ অঞ্চলত অনেক নিগ্ৰো ডেকাই ইটাৰ ব্যৱসায় কৰি পেটৰ ভাত মোকলাই খাইছে।

এই ইটাৰ ব্যৱসায়ৰ পৰা মই এটা নতুন শিক্ষা পালোঁ। যিবিলাক চাহাবৰ লগত আগেয়ে আমাৰ চিনা-পৰিচয় নাছিল, বা যিবিলাকে আমাক কোনো ৰকমে সহানুভূতি নেদেখুৱাইছিল, এতিয়া তেওঁলোকেও আমাৰ ইটা ভাল দেখি কিনিবলৈ ধৰিলে। এতিয়া তেওঁলোকে ভালকৈয়ে বুজি পালে, যে শিক্ষাই নিগ্ৰোবিলাকক বাবু কৰি তোলা নাই, বৰঞ্চ আমি তেওঁলোকৰ উপকাৰতে আহিছোঁ।

এইদৰেই কিনা বেচা কৰি থাকোঁতেই দুই জাতিৰ মাজত ভাল ভাব আৰম্ভ হ'ল। এতিয়া দক্ষিণ অঞ্চলৰ এই দুই জাতিৰ মাজত কোনো বেয়া ভাব নাই। বক্তৃতাৰ দ্বাৰা যি কাম সহজে কৰিব নোৱাৰি, ইটাৰ ব্যৱসায়ৰ দ্বাৰা সেই কাম অতি সহজেই সাধিত হ'ল। এতিয়া চাহাবসকলে বুজিলে যে, আমাক বাদ দিলে তেওঁ-লোকৰ কোনো কামেই সিদ্ধ নহয়।

মোৰ অভিজ্ঞতা এই যে, কথাতকৈ কামৰ মূল্য অনেক গুণে বেচি। কিয়নো মানুহ, কৃতিত্ব আৰু সৌন্দৰ্য্যৰ দাস। নিগ্ৰোৱে যদি এটা সুন্দৰ ঘৰ সাজে, সেই সুন্দৰ ঘৰ চাহাবসকলৰ চকুত সুন্দৰ লাগিব। গুণৰ আদৰ কোনে নকৰে?

ইয়াৰ পিচতে আমি বাগী আৰু গাড়ী তৈয়াৰ কৰাত লাগি গ'লোঁ। আজিকালি আমাৰ স্কুলৰ নিমিত্তে এনে ধৰণৰ ১২ খন ভাল গাড়ী আৰু বাগী আছে। এটাই কেইখন ছাত্ৰবিলাকে নিজহাতে কৰিছিল। এনেকুৱা আৰু কিছুমান কৰি বজাৰত বেচি ধন আনিলোঁ। এই গাড়ী-কাৰবাৰতো চাহাবসকলৰ লগত আমাৰ সদ্ভাব আগতকৈ অনেক গুণে বাঢ়িবলৈ ধৰিলে। যি অঞ্চলত আমাৰ শিক্ষাত ল'ৰা-বিলাকে গাড়ীৰ কাৰবাৰ কৰে, সেই অঞ্চলৰ চাহাব সকলৰ লগত তেওঁলোকৰ মিলাপ্ৰীতি বেচি।

এই সংসাৰত যাৰ যি অভাব, সেই অভাব মোচন কৰিব পাৰিলেই তোমাৰ নাম আৰু যশস্যা! সাধাৰণতে মানুহক লাগে শাক-পাচলি, ইটা-কাঠ, ঘৰ-বাড়ী, ঘোঁৰা-গাড়ী; তুমি তাকে নিদি যদি তেওঁলোকৰ আগত গ্ৰীক ভাষাৰ এখন ব্যাকৰণ মেলি বহা, তোমাৰ আদৰ ক'ত? বজাৰত যি বস্তুৰ অভাব, তুমি সেই বস্তুৰ জোগান দিব পাৰিলেই দহজন তোমাৰ ওচৰত সেও হৈ থাকিব।

মোৰ নতুন শিক্ষাৰ আদৰ্শ প্ৰচাৰ কৰাৰ লগে লগেই, মই ধনী দুখীয়া সকলো ছাত্ৰকে শাৰীৰিক পৰিশ্ৰম কৰিবলৈ বাধ্য কৰিলোঁ। সকলো ল'ৰাকেই কৃষি, শিল্প আৰু গৃহস্থালি কামত লগাই দিলোঁ।

মোৰ নিয়ম গোটেই প্ৰদেশতে প্ৰকাশ হৈ পৰিল। চাৰিওফালৰ পৰা নানা ৰকমৰ আপত্তি শুনিবলৈ পালোঁ। অভিভাৱক সকলে মোলৈ চিঠি দিবলৈ ধৰিলে—তেওঁলোকৰ ইচ্ছা মই যেন ল'ৰাহঁতক পঢ়াত বাজে আন কামত নলগাওঁ। দিনক দিনে আপত্তিৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। অনেক অভিভাৱক স্কুলতো উপস্থিত হ'লহি। তেওঁলোকক কেৱল কিতাপৰ শিক্ষাহে লাগে। তেওঁলোকৰ মতে যি ল'ৰাই বেচি সংখ্যক কিতাপ পঢ়িব পাৰে তেওঁ তিমান পণ্ডিত। চাওঁতে চাওঁতেই গোটেই প্ৰদেশত মোৰ বিৰুদ্ধে ভয়ানক আন্দোলনৰ সৃষ্টি হ'ল। মোক আৰু মোৰ শিক্ষা-প্ৰণালীক সকলোৱে নিন্দা কৰিবলৈ ধৰিলে। মই কিন্তু কাৰো কথা নুশুনিলোঁ। মই মোৰ নিজৰ মত পৰিবৰ্ত্তন নকৰিলোঁ। অনেক লৰাই-স্কুলৰ পৰা নাম কটালে। মই তেতিয়া নানা ঠাই ঘূৰি মোৰ মত প্ৰচাৰ কৰিবলৈ ধৰিলোঁ। অনেক ঠাইত অভিভাৱক সকলকো পৰামৰ্শ দিলোঁ। এনে কৰাত ছাত্ৰৰ সংখ্যা কমোক ছাৰি বাঢ়িবলৈ ধৰিলে। আন ঠাইৰ পৰাও ছাত্ৰ আহিল। অতি অলপ দিনৰ ভিতৰতে ছাত্ৰৰ সংখ্যা ১৫০ জন হ'ল।

ঘৰ সজা হ'ল ; এতিয়া আনন্দেৰে ঘৰ লোৱা উৎসৱ পাতিলোঁ। ৰবাৰ্ট চি, বেডফোৰ্ড নামে এজন পাদুৰি চাহাবক সভাপতি পতা হ'ল। তেওঁ মোক আগেয়ে চিনি নেপাইছিল। তথাপি তেওঁ আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি তেওঁৰ মহৎ হৃদয়ৰ চিনাকি দিলে। তেতিয়াৰে পৰা তেওঁ আমাৰ স্কুলৰ অন্যতম অভিভাৱক আৰু ৰক্ষক-স্বৰূপে কাম কৰি আহিছে। সেই উৎসৱৰ দিনা আমাৰ মন কেনে লাগিছিল, তাক ভাষাৰে প্ৰকাশ কৰা টান।

ইয়াৰ কিছু দিনৰ পিচত এজন ডেকা কৰ্ম্মী আমাৰ হাতত পৰিল। তেওঁ হেম্পটনৰ পৰা আহিছিল। তেওঁৰ নাম ওৱাৰেণ ল'গান। এই বিচক্ষণীয়া ডেকা ল'ৰাটি মোৰ সোঁহাত আছিল। তেওঁৰ সাহায্যত আমাৰ স্কুলৰ যথেষ্ট উন্নতি হৈছিল।

ঘৰ সজা হ'ল। ল'ৰাৰ সংখ্যাও দিনক দিনে বাঢ়িবলৈ ধৰিলে। গতিকে আমি তেওঁলোকৰ নিমিত্তে এটা বোর্ডিং ঘৰ কৰাত মন দিলোঁ। আগৰটো ঘৰ কৰোঁতে ৰন্ধা ঘৰ আৰু খোৱা ঘৰৰ এঁকো ব্যৱস্থা কৰা নাছিলোঁ। গতিকেই আকৌ নতুনকৈ ঘৰ সাজিব লগাত পৰিল। স্থিৰ কৰিলোঁ, ঘৰটোৰ মজিয়াৰ মাটি কাটি এটা গাঁত কৰি ৰন্ধা আৰু খোৱা ঘৰ কৰা যাওক। সেই মতেই ল'ৰাহঁতৰ হতুৱাই, ডাঙৰ গাঁত খনাই ৰন্ধা আৰু খোৱাৰ ব্যৱস্থা কৰা হ'ল।

ইমানবোৰ কাম কৰিও এতিয়া বোর্ডিং চলোৱা বৰ টান কাম হৈ পৰিল। সকলো কামতে ধনৰ প্ৰয়োজন। ইপিনে ল'ৰাবিলাকক ভাত দিবলৈ ঘটি, বাটি, থাল একোৱেই নাই। বজাৰতো একো বস্তু ধাৰে নাপায়। ষ্টোভ নহলেও ভাত আঞ্জা ভালকৈ ৰান্ধিব নোৱাৰি। অগত্যা আগৰ ধৰণেই বাহিৰতে জুই ধৰি কেৰাহি আৰু চৰুত ভাত-আঞ্জা ৰান্ধিবলৈ ধৰা হ'ল। খাবলৈ মেজ নাই। মিস্ত্ৰীবিলাকে কাঠ মিহি কৰোঁতে ব্যৱহাৰ কৰা মোটা বেঞ্চিকে ভাত খোৱা মেজ কৰিলোঁ। কিন্তু থাল-বাটি বেছি গোটাব নোৱাৰিলোঁ।

বোর্ডিংত সকলো ল'ৰাই একে লগে আৰু একে সময়তে খাব লাগে। প্ৰথমতে তাৰো একো দিহা কৰিব নোৱাৰিলোঁ। ভাত-আঞ্জাৰ দশাও একে। কেতিয়াবা লোণ নহয়, কেতিয়াবা আকৌ মণ্ডহেই দেই পুৰি যায়। দুসপ্তাহমান এইদৰেই গ'ল।

• এদিন ৰাতিপুৱা চাহৰ আয়োজন চলিছে। মই ঘৰৰ চুক এটাৰ পৰা ল'ৰাহঁতৰ কথা শুনিছোঁ। ল'ৰা-ছোৱালীবিলাকে মহা গণ্ডগোল লগাই দিছে। সকলোৰে মুখ গম্ভীৰ—পুৱাৰ আহাৰ তেনেই দেই-পুৰি অখাদ্য হ'ল। ছোৱালী এজনী বকি বকি কুঁৱাৰ পাৰলৈ গ'ল। তাই কুঁৱাৰ পানী এচলুৰেই ৰাতি-পুৱাৰ আহাৰৰ হেঁপাহ পলুৱাব বুলি ভাবিছিল। কিন্তু গৈয়েই দেখে পানীতোলা জবিভালো ছিগা! তাইৰ পানী খোৱাও নহল। মহা বিৰক্ত হৈ

তাই ক'লে, "এইখন স্কুলত এটোপা পানীও খাবলৈ পাবলৈ নাই।" মই ওচৰতে আছিলোঁ। তাইৰ কথা শুনি মোৰ মনটো সঁচাকৈয়ে বৰ বেয়া লাগিল।

এদিন আমাৰ বন্ধু বেডফোর্ড চাহাব টাস্কেগী স্কুলত' আলহি আছিল। পুৱাই তলৰ কোঠাত তেওঁ এটা গণ্ডগোল শুনিবলৈ পালে। তিনটা ল'ৰাই পিয়লাত কফি খোৱা লৈ কাজিয়া লগাইছে। পিয়লাত কফি খাবলৈ সদায় সকলো ল'ৰাই নাপাইছিল। কেইবা দিনৰ মূৰত হে একো একোজনে পাইছিল।

এনে দুৰৱস্থা বেছিদিন নাথাকিল। ইমান বোৰ অভাৱ আৰু অসুবিধাৰ মূৰত আমি এতিয়া সুখৰ মুখ দেখিবলৈ পাইছোঁ। আগৰ পৰা ইমান কষ্টত নপৰা হ'লে, আজিৰ দিনত এনে নির্ম্মল সুখ ভোগ কৰিবলৈ নাপালোঁহেতেন।

এতিয়া পুৰণি ল'ৰাবিলাকে টাস্কেগীলৈ আহি সুন্দৰ ঘৰ, চাফ চিকুণ মেজ, পৰিপাটি বাচ্চোন আৰু খোৱাৰ সুব্যৱস্থা দেখে। এতিয়া সেই হৈ-চৈ, সেই গণ্ডগোল নাই। এইবোৰ দেখি শুনি তেওঁলোকে কয়, "আমি আগেয়ে এই স্কুলত দুখেৰে কটাইছোঁ, কিন্তু এতিয়া স্বাভাৱিক ক্রমবিকাশ দেখিছোঁ, আৰু লগে লগে এক মহান আৰু সুন্দৰ অনুষ্ঠান গঢ়ি উঠিছে। এতিয়া বুজিছোঁ, অতীতৰ দুখস্বীকাৰৰ ওপৰতেই বর্ত্তমানৰ সুখৰ ভেটি প্রতিষ্ঠিত হৈছে।"

---

## একাদশ অধ্যায়

### বিছনা তৈয়াৰ

ঘৰ সজাৰ কিছু দিনৰ পিছতে আমাৰ স্কুল চাবলৈ হেম্পটনৰ পৰা মাচেল, কুমাৰী মেকী আৰু সেনাপতি আৰ্মষ্ট্ৰঙ আহিছিল। তেওঁলোকক আমি যথাসাধ্য আদৰ-সম্ভাষণ জনালোঁ; সেনাপতিক চাবলৈ বগা-ক'লা সকলো মানুহেই আমাৰ স্কুল ভৰি পৰিছিল।

বোৰ্ডিংঘৰ খোলাৰ অতি অলপ দিনৰ ভিতৰতেই স্কুলৰ ছাত্ৰৰ সংখ্যা দিনক দিনে বাঢ়িবলৈ ধৰিলে। তেওঁলোকৰ শোৱা-খোৱাৰ ব্যৱস্থা কৰিবলৈ গৈ মই মহা বিপদত পৰিছিলোঁ। এনেয়ে আমাৰ ধন নাই, তাতে এতিয়া ঠায়েও নটা হ'ল। গতিকেই ল'ৰাবিলাকৰ নিমিত্তে স্কুলঘৰৰ ওচৰতে কেইটামান সৰু কাঠৰ কুঠৰী ভাৰা ল'লোঁ। এই ঘৰবোৰৰ অৱস্থা তেনেই বেয়া আছিল। ল'ৰাহঁতে জাৰকালি বতাহত বৰ কষ্ট পাবলৈ ধৰিলে।

আমি প্ৰত্যেক ল'ৰাৰ পৰা ২৪৲ টকাকৈ লৈছিলোঁ। তাৰে ঘৰ ভাৰা, খোৱা, জুই ধৰিবৰ নিমিত্তে কয়লা আৰু পানীকলৰ খৰচ চলিছিল। আন কাম কৰিবলৈ সেই ধনে নাটিছিল। ল'ৰাবিলাকে স্কুলত নানা কাম কৰিছিল, আৰু তাৰ বাবে তেওঁলোকক দৰমহা নিদি খোৱা খৰচত সেই ধন মাৰি লৈছিলোঁ। মূঠৰ ওপৰত বছেৰেকত প্ৰত্যেকৰে পঢ়াৰ খৰচ ১৫০৲ টকা লাগিছিল। আমি নানা ঠাইৰ পৰা এই টকা তুলি আনিছিলোঁ।

বোৰ্ডিংঘৰৰ কাম চলাবলৈ আমাৰ হাতত একো মূলধন নাছিল। সেই সময়ত বৰ জাৰ আছিল। আমি ল'ৰাবিলাকক আন নেলাগে বিছনাকে কৰি দিব নোৱাৰিছিলোঁ। ল'ৰাহঁতে জাৰত বৰ কষ্ট

পাইছিল, কিয়নো বেচি ভাগ ল'ৰাই মাটিত শুব লগাত পৰিছিল, আৰু ইপিনে গাত ল'বলৈ বেচিকৈ কাপোৰো নাছিল। অনেক সময়ত মই ৰাতি উঠি তেওঁলোকক সান্ত্বনা দিছিলোঁ। কোনোটো কোঠাত সোমাই দেখোঁ,—কেইবাটাও ল'ৰাই জাৰত শুব নোৱাৰি জুইকে সাবটি ধৰিছে।

এদিন ৰাতি বৰ বেচি জাৰ পৰিছিল—পিচদিনা পুৱা ধৰ্ম্মমন্দিৰত তেওঁলোকক সুধিলোঁ, "কালি ৰাতি কোন কোন জাৰত ঠেৰেঙা লাগিছিল ?" মোৰ কথা শুনি কেৱল তিনিজন লৰাই হাত দাঙিলে। ইমান কষ্টত পৰিও কোনেও এদিনলৈকে বেজাৰ পোৱা নাছিল ; কিয়নো আমি তেওঁলোকৰ কষ্ট নিবাৰণ কৰিবৰ নিমিত্তে যে কিমান যত্ন কৰিছোঁ, সেই কথা তেওঁলোকে ভালকৈয়ে জানে। শিক্ষকে যাতে কোনো কষ্ট নেপায়, তেওঁলোকে তালৈ হে চকু ৰাখিছিল। তেওঁলোকে নিজৰ কষ্টক কষ্ট বুলিয়েই নধৰিছিল।

সেই সময়ত অনেকৰ দৃঢ় বিশ্বাস আছিল যে, কোনো নিগ্ৰোক দায়িত্বপূৰ্ণ কাম দিলে, আন নিগ্ৰোৱে তেওঁক নেমানিব। কিন্তু মোৰ ১৯ বছৰৰ অভিজ্ঞতাৰ ফলত কওঁ যে, তেনে ঘটনা এতিয়ালৈকে হোৱা নাই। এতিয়ালৈকে কোনো ছাত্ৰই শিক্ষক বা আন কৰ্ম্মচাৰীক অপমান বা নিন্দা কৰা মোৰ মনত নপৰে। তেওঁলোকেও গুৰু-ভক্তি জানে আৰু গুৰুজনক শ্ৰদ্ধা কৰে। অনেক সময়ত দেখিছোঁ, মই কেতিয়াবা কিবা ডাঙৰ টোপোলা এটা অনা দেখিলে, ল'ৰাহঁতে হাতৰ পৰা কাঢ়ি লয়। কেতিয়াবা বৰষুণত তিতি কিবা কাৰণত আন ঠাইলৈ যাব লগা হলেও ল'ৰাহঁতে মোৰ মূৰৰ ওপৰত ছাটি ধৰেহি। এই দৰেই আন শিক্ষক সকলকো সুখেৰে ৰাখিবলৈ তেওঁলোকে অতিপাত যত্ন কৰিছিল। মই তেওঁলোকৰ এনে যত্নত যাৰপৰ নাই মুগ্ধ হৈছিলোঁ।

টাস্কেগীৰ চাহাবসকলে আজিকালি মোক সম্মান কৰে। অনেক সময়ত তেওঁলোকে নিজে উপযাচি আহিও মোক শ্ৰদ্ধা

দেখুৱায়। টাস্কেগীৰ বাহিৰেও চাহাবসকলে আমাক ভক্তি আৰু শ্ৰদ্ধা কৰে। মই কেইবা ঠাইতো আৰু কেইবা সময়তো চাহাব-সকলৰ পৰা আদৰ-অভ্যৰ্থনা পাইছোঁ। এদিন টেক্সাচ প্ৰদেশত ৰেলেৰে ফুৰিছিলোঁ। প্ৰত্যেক ষ্টেচনতে অনেক মেম আৰু চাহাবে মোক উপযাচি সম্ভাষণ জনাইছিল। মই তেওঁলোকক চিনি নেপাওঁ—কিন্তু তেওঁলোকে মোৰ নাম শুনিছিল। সকলোৰেই মুখত কেবল একেটা কথাকে শুনিছিলোঁ—"আপুনি আমাৰ দক্ষিণ অঞ্চলত যি সদ্কাৰ্য্যত ব্ৰতী হৈছে, তাৰ নিমিত্তে আমি সকলোবিলাক মানুহ গৌৰবান্বিত। আপোনাক আমাৰ অন্তৰৰ কৃতজ্ঞতা জনাইছোঁ।"

আৰু এবাৰ মই চাহাবসকলৰ মৰমৰ অত্যাচাৰত পৰিছিলোঁ। এদিন উত্তৰ অঞ্চলত ৰেলত উঠি এঠাইত ফুৰিবলৈ গৈছিলোঁ। শেষত ভাগৰ লগাত বেছি ধন দি এটা শোৱা কোঠাত সোমালোঁ। সেই কোঠাতে দুজনা ইয়াঙ্কী মহিলা আছিল। মই তেওঁলোকক চিনি পালোঁ। তেওঁলোক দুজনা বোষ্টন নগৰৰ এঘৰ ডাঙৰ মানুহৰ ছোৱালী। তেওঁলোকে মোক তেওঁলোকৰ ওচৰতে ঠাই দিলে। প্ৰথমতে তেওঁলোকৰ লগত খাব মুখুজিছিলোঁ, কিন্তু তেওঁলোকৰ অনুৰোধ এবাৰ নোৱাৰি তেওঁলোকৰ লগতে খাবলৈ বাধ্য হ'লোঁ। অলপ পৰৰ পিচতে তেওঁলোকৰ আদেশত হোটেলৱালাই খানা আনি হাজিৰ কৰিলে। কাণ্ড দেখি মই বৰ লাজ পালোঁ। সেই গাড়ীতে অনেক চাহাবো আছিল। তেওঁলোকে মোক ভালকৈয়ে চাবলৈ ধৰিলে। মই কিবা কাম আছে বুলি ফাঁকি দি তাৰ পৰা ওলাই আহিব খুজিছিলোঁ। কিন্তু তেওঁলোকে কোনোমতেই মোক বিদায় নিদিলে। অগত্যা মই তেওঁলোকৰ লগতে খাবলৈ বাধ্য হ'লো।

অকল এয়েই নহয়। এজনা মহিলাৰ হাতত ভাল চাহ আছিল। হোটেলৰ মানুহে ভাল চাহ কৰিব নোৱাৰিব ভাবি

তেওঁ নিজ হাতেৰেই চাহ কৰি মোক খাবলৈ দিলে। মোৰ নিমিত্তে তেওঁলোকে ইমান আয়োজন কৰা দেখি মোৰ সঁচাকৈয়ে লাজ লাগিল। প্ৰায় দুঘণ্টামান পৰ গল্প কৰি আমাৰ খানাখোৱা কাম শেষ কৰিলোঁ। মোৰ জীৱনত ইমান পৰ ধৰি কেতিয়াও খানা খোৱা নাছিলোঁ। খোৱাৰ পিচতে মই চিগাৰেট খাবৰ নিমিত্তে আন এটা কুঠৰীলৈ গ'লোঁ। কিন্তু গৈয়েই দেখোঁ সেই কুঠৰীত থকা সকলো চাহাবেই মোক চিনি পালে। তেওঁলোক প্ৰত্যেকেই মোৰ হাত জোকাৰি আদৰ সম্ভাষণ জনালে আৰু টাস্কেগীৰ কথা কৈ মোক প্ৰশংসা কৰিবলৈ ধৰিলে।

মই স্কুলৰ ছাত্ৰবিলাকক সদায় বুজাওঁ, "ল'ৰাহঁত, এই স্কুল কাৰো নিজৰ সম্পত্তি নহয়। আমি সকলোৱেই এই স্কুলৰ সেৱক। বাস্তবিকতে ক'বলৈ গ'লে, এই স্কুল তোমালোকৰেই আৰু সেই কাৰণেই স্কুলৰ দুৰ্ণাম বা সুনামৰ কাৰণে তোমালোকেই দায়ী। তোমালোকে মোক এই স্কুলৰ শাসনকৰ্ত্তা বুলি নেভাবিবা। মোক তোমালোকে এজন পৰামৰ্শদাতা আৰু পুৰণি বন্ধু বুলিহে ভাবিবা। এই স্কুল পৰিচালনা সম্বন্ধে সকলো বিষয়তে তোমালোকে নিজেই চকু ৰাখিবা।"

অকল উপদেশ দিয়েই মই সন্তুষ্ট নাছিলোঁ। অনেক সময়ত লৰাহঁতক বিশ্বাস আৰু দায়িত্বৰ কামো দিছিলোঁ। আৰু সেই বিশ্বাসৰ ফলতে মই অনেক সময়ত তেওঁলোকৰ পৰা নানা কাম আদায় কৰিব পাৰিছিলোঁ। মই অতি সৰলভাৱে তেওঁলোকৰ মাজত মিলামিছা কৰিছিলোঁ, আৰু সকলো কামতে তেওঁলোকৰ পৰা পৰামৰ্শ লৈছিলোঁ। তেওঁলোকক নোসোধাকৈ মই স্কুলৰ কোনো কামকে নকৰিছিলোঁ। বছৰেকত তিনি চাৰি বাৰ মই ল'ৰাহঁতক স্কুলৰ উন্নতিৰ নিমিত্তে নতুন প্ৰস্তাৱ লিখিবলৈ কওঁ আৰু তেওঁলোকে স্কুলৰ উন্নতি বিষয়ে প্ৰস্তাৱ দি মোলৈ চিঠি দিয়ে। ইয়াৰ বাহিৰেও মই তেওঁলোকৰ লগত খোলাখুলিকৈ

অনেক বিষয় আলোচনা কৰোঁ আৰু শেষত কিবা ভুল থাকিলে, তাক শুধৰাবৰ আয়োজন কৰোঁ।

ছাত্ৰবিলাকৰ কেইবাখনিও আলোচনা সমিতি আছে। তাতো স্কুলৰ সম্বন্ধে নানা ৰকমৰ তৰ্ক আৰু প্ৰশ্ন উঠে। সেইবিলাক সমিতিত মই অতি আগ্ৰহেৰে যোগদান দিওঁ। এইবোৰ সমিতিত যোগদান দি মই স্কুলৰ আচল অভাৱবোৰ জানিব পাৰিছিলোঁ, আৰু সেইদৰেই সেই অভাৱবোৰ আঁতৰ কৰিবৰ নিমিত্তে যত্নবান আছিলোঁ। বিশ্বাসে বিশ্বাস আনে। মই ল'ৰাহঁতক বিশ্বাস কৰিছিলোঁ, তেওঁলোকৰ লগত মিলিছিলোঁ, আৰু তেওঁলোকেও মোক নানা কাৰ্য্যত সহায় কৰিছিল।

মোৰ বিশ্বাস, কুলী আদিৰ মাজত কৰ্ত্তব্যবোধ আৰু দায়িত্বজ্ঞান সুমাই দিব পাৰিলে ধৰ্ম্মঘট, কুলীবিভ্ৰাট আদি কেতিয়াও নঘটে। মহাজন বা কাৰবাৰৰ মালিক সকলে যদি তেওঁলোকৰ তলতীয়া কৰ্ম্মচাৰী বা কুলী আদিৰ লগত মিলামিছা কৰি সকলো সময়তে তেওঁলোকৰ পৰামৰ্শ লয়, বা কাৰবাৰৰ উন্নতিৰ অৰ্থে তেওঁলোকৰ লগতো আলোচনা কৰে, মোৰ বোধেৰে এনেবিলাক বিপদ অতি সোনকালেই আঁতৰ হব। মালিকে তলতীয়া কৰ্ম্মচাৰীৰ পৰামৰ্শ ল'লে, তেওঁলোকেও সেই কাৰবাৰ নিজৰ বুলি ভাবিব। কিয়নো সকলো প্ৰাণী বিশ্বাসৰ দাস।

টাস্কেগীৰ স্কুলঘৰ ল'ৰাহঁতেই কৰিছিল। এতিয়া লাহে লাহে তেওঁলোকে চকি মেজ আদিও কৰি লবলৈ ধৰিলে। প্ৰথমতে কোনো ল'ৰাৰে খাট নাছিল। ল'ৰাহঁতে নিজেই এখন এখনকৈ খাট তৈয়াৰ কৰি লবলৈ ধৰিলে। খাট নোহোৱালৈকে তেওঁলোকে মাটিতেই শুইছিল।

খাট হ'ল, কিন্তু তুলি নাই। সস্তা দামত কিছু মোটা কাপোৰ অনা হ'ল। সেই কাপোৰবে বেগ চিলাই কৰি তাত গছৰ পাত সুমুৱাই তুলি কৰা হ'ল। প্ৰথম প্ৰথম তুলিবোৰ বৰ ভাল

নহৈছিল, আজিকালি কিন্তু তুলি কৰিবলৈ স্কুলৰ অনেক ছোৱালীক শিকোৱা হৈছে। এতিয়া আমি তুলিৰ কাৰবাৰ কৰি স্কুলৰ নিমিত্তে ধন গোটাইছো। বজাৰৰ আন তুলিতকৈ আমাৰ তুলি কোনো গুণেই হীন নহয়।

মই দাঁত মজাৰ উপকাৰিতা সম্পৰ্কে সদাশয় আৰ্মষ্ট্ৰঙ চাহাবৰ পৰা বিশেষ শিক্ষা পাইছিলোঁ। সেই কাৰণেই মই স্কুলৰ ল'ৰা-ছোৱালীবিলাকক নিতৌ দাঁত মাজিবলৈ আৰু গা ধুবলৈ উপদেশ দিছিলোঁ। আৰু সেই কাৰণেই নতুন নতুন ল'ৰা-ছোৱালীবিলাকে আন বস্তু একো আনিব নোৱাৰিলেও দাঁত মজা বুৰুজ এডালকৈ লৈ আহিছিল।

ইয়াৰ পিচতে বিছনা-চাদৰ পাৰি কেনেকৈ শুব লাগে ল'ৰাহঁতক শিকাইছিলোঁ। ছাত্ৰাৱস্থাত প্ৰথমতে শোৱা লৈ মোৰ যি দুৰ্গতি হৈছিল, সেই কথা এতিয়াও বেচ মনত আছে। ইয়াৰ বাহিৰেও কাপোৰ-কানি চাফ্-চিকুণকৈ ৰখা, চোলাত বুতাম লগোৱা আদি কামবিলাকত মই বিশেষ চকু দিছিলোঁ। এইবোৰ সাধাৰণ বিষয়ত এতিয়া ল'ৰাহঁতৰ যথেষ্ট জ্ঞান হৈছে। আশা কৰোঁ এই ধৰণৰ সৰু সৰু কামবিলাকে তেওঁলোকৰ ভবিষ্যৎ জীবন গঢ়ি তোলাত বিশেষ সহায় কৰিব।

---

## দ্বাদশ অধ্যায়

### ধন তোলা কাম

স্কুলঘৰ সাজি উলিওৱাৰ পিচতে ছাত্ৰৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। সেইকাৰণে ওচৰতে থকা কেইটামান কুঠৰী ভাৰা ল'লোঁ। সেই ঘৰবোৰেও নটা হ'ল। অগত্যা নতুন ঘৰ নকৰিলে নচলাত পৰিল।

এই নতুন ঘৰৰ আনুমানিক খৰচ ঠিক হ'ল ৩০,০০০৲ হেজাৰ টকা। এই টকাৰ কমে কোনোমতেই কাম কৰিব নোৱাৰি।

প্ৰথমতেই ঘৰটোৰ নাম ঠিক কৰি ল'লোঁ। নাম দিলোঁ 'আলাবামা ভবন'। নাম দিয়েই ঘৰৰ কাম আৰম্ভ কৰিলোঁ। ল'ৰাহঁতে মাটি কটাত আৰু গাঁত খনাত লাগি গ'ল। ইপিনে আমাৰ হাতত তেতিয়া ফুটা কড়ি এটাও নাছিল। শ্ৰীমতী ডেভিদ্‌চনে আকৌ ভিক্ষাৰ জোলোঙা লৈ বাহিৰ হ'ল।

ধনৰ অভাৱত বিমোৰত পৰিলোঁ। এনেতে মহাপ্ৰাণ আৰ্মষ্ট্ৰঙৰ পৰা এখন টেলিগ্ৰাম পালোঁ। তেওঁ লিখিছে, "এমাহ মান মোৰ লগত ঘূৰি ফুৰিবলৈ প্ৰস্তুত আছা নে? যদি আছা, সোনকালে জানিবলৈ দিবা।" মই লৰালৰিকৈ হেম্পটনলৈ গ'লোঁ। ইপিনে আৰ্মষ্ট্ৰং চাহাবে উত্তৰ-অঞ্চলৰ প্ৰায় সকলো মানুহলৈ চিঠি পত্ৰ ঠিক কৰি থৈছে—কেৱল আমি সেই ঠাইলৈ গ'লেই হয়। আমাৰ লগতে দুজনমান গায়কো ওলাল। আমালোকৰ যোৱা অহাৰ খৰচপত্ৰ হেম্পটন স্কুলৰে পৰাই চলিল।

মোক উত্তৰ-অঞ্চলৰ মানুহৰ মাজত চিনাকি কৰি দিয়া আৰু টাস্কেগীৰ নিমিত্তে ধনতোলা এই উদ্দেশ্য লৈ মহাপ্ৰাণ আৰ্মষ্ট্ৰঙে

মাতি পঠাইছিল। আমালোকৰ নিমিত্তে এনে ত্যাগ স্বীকাৰ কেইজনে কৰিব পাৰে?

উত্তৰ-অঞ্চলত ধন তুলিবৰ নিমিত্তে বক্তৃতা দি ফুঁৰোতে মই আৰ্মষ্ট্ৰং চাহাবৰ এটা উপদেশ সদায় মনত ৰাখি চলিছিলোঁ। তেওঁ কৈছিল, "মুখৰ মাহিলা কেতিয়াও নেমাৰিবা। বক্তৃতাৰ প্ৰত্যেক শব্দটোত এটা নতুন ভাব মনৰ মাজলৈ আনিবা, যাতে শ্ৰোতাই বুজিব পাৰে যে তুমি কামৰ কথা কৈছা।" বক্তৃতা কৰিবৰ প্ৰণালী ইয়াতকৈ আৰু কি ভাল হব পাৰে?

নিউয়ৰ্ক, ফিলাডেলফিয়া, বোষ্টন, ব্ৰুকলিন প্ৰভৃতি কেইবাখনো ডাঙৰ চহৰত সভা পাতি আমি দুইজনে বক্তৃতা দি আমাৰ স্কুলৰ উদ্দেশ্য আৰু প্ৰণালীবোৰ মানুহবিলাকক বুজাবলৈ ধৰিলোঁ। আৰু লগে লগে আলাবামা-ভবনৰ নিমিত্তে তেওঁলোকৰ পৰা সাহায্য ভিক্ষা কৰিছিলোঁ। ধন ভালেখিনি উঠিল। এমাহমান এইদৰেই বক্তৃতা কৰি আমাৰ প্ৰচাৰকাৰ্য্য শেষ কৰিলোঁ।

ইয়াৰ পিচত মই অকলে ভিখাৰীৰ জোলোঙা লৈ উত্তৰ-অঞ্চললৈ বাহিৰ হ'লোঁ। দৰাচলতে ক'বলৈ গ'লে যোৱা ১৫ বছৰ মই টাস্কেগীৰ বাহিৰতে কটাইছোঁ—স্কুলৰ লগত সাক্ষাৎ সম্বন্ধ বেছি দিন ৰাখিব পৰা নাই। আমাৰ স্কুলৰ নতুন নতুন বিভাগৰ উন্নতিৰ অৰ্থে যুক্তৰাজ্যৰ প্ৰদেশে প্ৰদেশে ঘূৰি ফুৰিব লগীয়াত পৰিছোঁ।

অনেকে মোকে সোধে, "ডাঙৰীয়া, ধন তোলাৰ আপোনাৰ কিবা নিয়ম বা প্ৰণালী আছে নে কি? আপুনি দেখোন অতি সহজেই আপোনাৰ কাজৰ নিমিত্তে মানুহৰ মন টানি আনিব পাৰে।—আমি কিন্তু নোৱাৰোঁ।" মানৱসেৱাৰ নিমিত্তে ভিক্ষা কৰাৰ কিবা নিয়ম আছে নে নাই মই কব নোৱাৰোঁ, কিন্তু 'ভিক্ষা-বিজ্ঞান'ৰ মই দুটা সংজ্ঞা আবিষ্কাৰ কৰিছোঁ। মই যি কামকে কৰোঁ মন পুতি কৰোঁ, সেই কামত তন্ময় হৈ যাওঁ, আৰু সেই কাম

দহজনৰ মাজত প্ৰচাৰ কৰিবলৈ যাওঁ। দ্বিতীয়তে, সেই কামৰ ফলাফলৰ নিমিত্তে মই কেতিয়াও চিন্তা নকৰোঁ।

'ভিক্ষা-বিজ্ঞান'ৰ এই দ্বিতীয় সূত্ৰটো কাৰ্য্যত পৰিণত কৰা বৰ কঠিন। অনেক সময়ত ধাৰ কৰি কাম আৰম্ভ কৰোঁ, ইপিনে পাওনাদাৰৰ বিল হাতত পৰিলে পইচা দিবৰ শকতি নোহোৱা হয়। তেনে অৱস্থাত চিন্তা নকৰোঁ বুলি থাকিব নোৱাৰোঁ। অৱশ্যে ইমান বিপদৰ মাজত পৰিও কেতিয়াও মই গাম্ভীৰ্য্য হেৰুৱা নাই। মোৰ অভিজ্ঞতা এই যে, যিজন মানুহ বিপদৰ সময়তো ধীৰ, স্থিৰ আৰু গম্ভীৰ, তেওঁ সকলো কামতে সফলতা লাভ কৰে। কিয়নো, যি চিন্তাৰ পৰা হাত সাৰিব নোৱাৰি, তেনে চিন্তাই অনাহকতে শৰীৰ আৰু মন জুকলা কৰে।

মই স্কুলৰ নিমিত্তে ধন বিচাৰি বাহিৰ হোৱাৰ কাৰণে অনেক মানুহে ধনী মানুহসকলক গালি পাৰিবলৈ ধৰে। কিয়নো তেওঁ-লোকৰ মতে ধনী মানুহসকলে কোনো কাৰ্য্যত সৰহ টকা দান নকৰে। কিন্তু মই দেখাত তেওঁলোকে ধনী মানুহসকলক ভুল বুজে। সংসাৰত ধনী মানুহসকলে যদি তেওঁলোকৰ ধনবোৰ সকলো সময়তে সকলো মানুহক বিলাই দিলেহেঁতেন, তেনেহলে, কাৰবাৰ, ব্যৱসায়, শিল্প-বাণিজ্য আদি একো ডাঙৰ কামেই টিকিব নোৱাৰিলেহেঁতেন। এনেবোৰ নোহোৱা হ'লে, দুদিনতে কিমান কেৰাণী-মহৰী, কুলী-মজুৰ বাটৰ মগনীয়া হলহেঁতেন তাৰ সীমা-সংখ্যা নাই। নিতৌ কিমান মানুহ ধনী মানুহৰ তালৈ গৈ আশ্ৰয় ভিক্ষা কৰে, দান খোজে, তাৰ লেখজোখ আমাৰ মাজত বেছি মানুহেই নাৰাখে। মই এজন ধনী মানুহৰ কথা জানো, তেওঁৰ ঘৰত দিনে গড় হিচাপে কুৰিজন মানুহ ধন বিচাৰি আহে। কেতিয়াবা কোনো মানুহৰ অফিচলৈ গ'লে, দেখা পাওঁ মোৰ আগেয়েও দান বিচাৰি ১২ জনমান মানুহ বহি আছে। অনেক ধনী মানুহে নিজৰ নাম প্ৰকাশ নকৰি কিমান ধন যে দান কৰে

এই খবৰ কেইজন মানুহে জানে? মই কেইবাজনো ধনী মানুহৰ কথা জানো, তেওঁলোকে নিজৰ নাম প্ৰকাশ নকৰি হেজাৰ হেজাৰ টকা সজ কামৰ নিমিত্তে দান কৰে, অথচ তেওঁলোকে ধন নিদিয়ে বুলি অনেকে তেওঁলোকক গালি পাৰে।

এটা উদাহৰণ দিওঁ। নিউয়ৰ্কত ষ্টুগবাকী ভদ্ৰমহিলাই আমাৰ ঘৰকেইটা কৰোঁতে যথেষ্ট পৰিমাণে সহায় কৰিছে, অথচ তেওঁলোকৰ নাম কোনেও নেজানে। তেওঁলোকে আমাৰ স্কুললৈকো যথেষ্ট টকা দান কৰিছে। ইয়াৰ বাহিৰেও তেওঁলোকে নীৰবে অনেক সজ কামত হেজাৰ হেজাৰ টকা দিব লাগিছে, অথচ তেওঁলোকৰ নাম এতিয়ালৈকে কোনো কাগজত ছপা হোৱা নাই।

হেজাৰ হেজাৰ টকা মোৰ হাতত পৰিছে, আৰু টাস্কেগীৰ নিমিত্তে সেই টকা মই পানীৰ দৰে খৰচ কৰিছোঁ। এই কথা কোনে নেজানে? কিন্তু আচলতে ক'বলৈ গ'লে, 'এই টকা মই 'ভিক্ষা' কৰি পোৱা নাই। মই কেতিয়াও 'ভিক্ষা' কৰা নাই। গতিকে মোৰ 'ধন তোলা' কামক মই কেতিয়াও 'ভিক্ষা বৃত্তি' বুলি কব নোখোজোঁ। কিয়নো, মই জানো যে, ভিক্ষা কৰি ধন পোৱা নেযায়। দিনে ৰাতিয়ে ডাঙৰ মানুহৰ ঘৰত বহি ধনৰ কথা তুলিলে বা তেওঁলোকৰ যশস্যা গালে ধন পোৱা নাযায়। যি তেনে কাম কৰে তেওঁলোক সঁচাকৈয়ে আত্মসম্মানবোধবিহীন মগনীয়া। কিন্তু মোৰ আত্মসম্মানজ্ঞান সদায় আছে। মই পৰৰ আগত কেতিয়াও সৰু বা নীচ বুলি নেভাবোঁ। মই জানো, যি ধন ঘটি ধনী হব জানে তেওঁ খৰচ কৰিবও জানে।

মানুহৰ ঘৰে ঘৰে ফুৰি ধন তোলা কামটো যদিও বৰ টান, তথাপিও এই কামত যথেষ্ট লাভ আছে; সাংসাৰিক জ্ঞান বাঢ়ে আৰু মানুহৰ চৰিত্ৰ বুজিব পৰা যায়। এই কামত অনেক মানুহৰ সংস্ৰৱত আহিব লগাত পৰে—নানা কথা বুজিব পাৰি আৰু নানা বিষয়ত অভিজ্ঞতা জন্মে। ইয়াৰ বাহিৰেও জগতৰ অনেক গুপ্ত

মহাপুৰুষ আৰু চৰিত্ৰবান মানুহৰ লগত দেখা-সাক্ষাৎ হয়। এই সকল মানুহৰ লগত চিনা-পৰিচয় হোৱা আৰু কথা-বতৰা পতাও পৰম সৌভাগ্যৰ বিষয়। মই এনে ধৰণৰ সৎলোকৰ লগত চিনা-পৰিচয় হৈ নিজকে অনেকবাৰ ধন্য মানিছোঁ।

এবাৰ বোষ্টন নগৰৰ এজনা ভদ্ৰমহিলাৰ ঘৰলৈ গৈছিলোঁ। তেওঁৰ গিৰিয়েক তেতিয়া ঘৰত নাছিল। মই ভিতৰলৈ বাতৰি পঠালোঁ। এনেতে ঘৰৰ গিৰিহঁত আহি উপস্থিত হ'ল। তেওঁ মোক দেখিয়েই বিৰক্তি ভাবেৰে ক'লে, "তোমাক কি লাগে?" মই তেওঁক মোৰ উদ্দেশ্য ভাঙি ক'লোঁ। মোৰ কথা শুনি তেওঁৰ খং দুগুণে চৰিল। মই লাহেকৈ তাৰ পৰা গুচি আহিলোঁ। তেওঁলোকৰ ওচৰতে আৰু এঘৰ ভদ্ৰ মানুহ আছিল। মই তেওঁ-লোকৰ ঘৰলৈ গ'লোঁ। মোৰ কথা শুনা মাত্ৰেই সেইজন ভদ্ৰলোক বেছি টকাৰ এখন 'চেক' কাটি মোৰ হাতত দিলে। মই তেওঁক ধন্যবাদ দিবলৈ নৌ পাওঁতেই তেওঁলোকে ক'লে—"ডাঙৰীয়া, আপুনি আমাৰ কাম কৰিছে। আপোনাক সাহায্য কৰিবৰ সুযোগ পাই কৃতাৰ্থ হ'লোঁ।"

আজি-কালি প্ৰথম বিধৰ মানুহৰ লেখ সংসাৰৰ পৰা কমি আহিছে, আৰু দ্বিতীয় বিধৰ মানুহৰ লেখ দিনক দিনে বাঢ়িবলৈ ধৰিছে। এতিয়া ধনী মানুহসকলে পৰহিতকাৰী মানুহবিলাকক মগনীয়া বুলি বিবেচনা নকৰে। তেওঁলোকে আমাৰ নিচিনা মানুহক সৎকৰ্ম্মৰ উপলক্ষস্বৰূপ বুলিহে ভাবে আৰু শ্ৰদ্ধা কৰে। আমি তেওঁলোকৰ কৰ্ত্তব্যৰে অংশ কৰিছোঁ বুলি তেওঁলোকে ভাবে।

বোষ্টন নগৰৰ যাৰ ঘৰলৈকে গৈছোঁ তেৱেঁই কয়—"আপুনি এই মহৎ কামৰ নিমিত্তে মোৰ ওচৰলৈ অহাত মই বৰ অনুগৃহীত হৈছোঁ। আপোনাৰ অনুগ্ৰহতেময়ো সেই মহৎ কামৰ নিমিত্তে মোৰ নিজৰ ক্ষুদ্ৰশক্তি অনুসৰি সাহায্য কৰিব পাৰিছোঁ দেখি, নিজকে কৃতাৰ্থ মানিছোঁ। আশা কৰোঁ ভবিষ্যতে আপোনাৰ লগত আকৌ দেখা

হব।” ধনী মানুহে যে দানৰ নিমিত্তে উপযুক্ত সুযোগ বিচাৰি ফুৰে, এই বিশ্বাস মোৰ দিনে দিনে বাঢ়িছে।

ধন বিচাৰি বিচাৰি প্ৰথমতে বৰ কষ্টত পৰিছিলোঁ। মনত আছে উত্তৰ-অঞ্চলৰ চহৰ আৰু গাওঁবোৰত দিনেৰাতি ঘূৰিও এটা টকাও পোৱা নাছিলোঁ। অনেক মানুহৰ ঘৰলৈ বৰ আশা কৰি গৈছিলোঁ, কিন্তু তেওঁলোকে এটা পইচা নিদিয়াকৈয়ে মোক বিদায় দিছিল। এইদৰেই ইসপ্তাহৰ পিচত সিসপ্তাহ পাৰ হৈ গৈছিল। কিন্তু হঠাৎ দেখোঁ, যাৰ পৰা এটা পইচাও আশা কৰি যোৱা নাছিলোঁ, সেই মানুহেই মোক যথেষ্ট যাহায্য কৰিছিল।

এদিন কেইবাজনো মানুহৰ পৰামৰ্শ মতে কনেক্‌টিকাট প্ৰদেশৰ ধনী মানুহ এজনৰ কাষ চাপিলোঁ। নগৰৰ পৰা তেওঁৰ ঘৰ দুমাইল আঁতৰত। জাৰত কঁপি খোজ কাঢ়ি কোনো মতে সেই খিনি ওলালোঁগৈ। তেওঁৰ লগত প্ৰায় তিনিঘণ্টামান কথা-বতৰা হ’লোঁ। তেওঁ মোৰ কথা বৰ আগ্ৰহেৰে শুনিছিল। কথা-বতৰা হ’লোঁ, কিন্তু তেওঁ এটা পইচাও মোক নিদিলে। অগত্যা ঘৰলৈ উভতিলোঁ। দুখ কৰাৰ সকাম নাছিল। মই মোৰ কৰ্ত্তব্য কৰিলোঁ; ধন নেপালোঁ তাত কি হ’ল?

কিন্তু দুবছৰৰ পিচত তেওঁ মোলৈ এখন চিঠি দিছিল; তেওঁ লিখিছিল, “ডাঙৰীয়া, এই চিঠিৰ লগতে নিউয়ৰ্ক বেঙ্কত আপোনাৰ নামে এখন ‘চেক’ কাটি দিলোঁ; সেই চেকখনৰ মূল্য ৩০০,০০০৲। এই টকা মই আপোনাৰ স্কুলৰ কাৰণে উইল কৰি ৰাখিছিলোঁ। শেষত ভাবিলোঁ মোৰ জীয়াই থকা কেদিনতে এই ধন দি যোৱা ভাল। ইয়াৰ ঠিক দুবছৰ আগতে আপুনি এদিন মোৰ ঘৰলৈ আহিছিল; বোধ কৰোঁ সেই কথা আপোনাৰ মনত থাকিব পায়। মোৰ হ’লে সেই কথা এতিয়াও বেচ মনত আছে।”

ভগবানৰ ইচ্ছা, অতি বিপদৰ দিনতে এই টকা পালোঁ। নোপোৱা হলে যে কিমান ক্ষতি হ’লহেঁতেন তাক কি ক’ম?

ৰেল-বিভাগৰ শ্ৰীযুত কলিচ্ হাণ্টিংডনক কোনে নিচিনে? তেওঁ আজি সমগ্ৰ আমেৰিকাত প্ৰসিদ্ধ। তেওঁ প্ৰথমতে মোক ৬৲ টকা দি সাহায্য কৰিছিল। মৰিবৰ সময়ত তেওঁ আমাক ১৫০,০০০৲ দি গ'ল। ইয়াৰ আগেয়েও তেওঁৰ পৰা অনেক সময়ত সাহায্য পাইছোঁ।

অনেকে কয়, "টাস্কেগীৰ কপাল ভাল; সেইহে একেবাৰেই ১৫০,০০০৲ খিনি ধন পাইছে।" মই কওঁ, ই কপালৰ কথা নহয়। কপালৰ গুণত এবাৰ বা দুবাৰ ধন আহিব পাৰে, কিন্তু বাৰে বাৰে নাহে। স্থিৰভাৱে কাম কৰি উন্নতি কৰিব নোৱাৰিলে কাৰোৰ পৰা ধন আশা কৰিব নোৱাৰি। শ্ৰীযুত হাণ্টিংডনৰ কথাৰ পৰাই মোৰ কথাৰ অৰ্থ উপলব্ধি কৰিব পাৰি। তেওঁ প্ৰথমে আমাক ৬৲ টকাহে দিছিল। মই ইমান কম পইচা তেওঁৰ পৰা আশা কৰাই নাছিলোঁ। মই তেতিয়াই ঠিক কৰিলোঁ যে, কাৰ্য্যৰ দ্বাৰা তেওঁৰ মন ভাল লগাব পাৰিলেই আৰু পোৱাৰ আশা আছে। সঁচাসঁচিকৈয়ে সেয়ে ঘটিল। তেওঁ যিমানেই আমাৰ কামৰ উন্নত অৱস্থা দেখিলে, তিমানেই তেওঁৰ দানৰ মাত্ৰাও বেছি হৈ আহিবলৈ ধৰিলে। এই অনুপাতে ৬৲ টকাৰ পৰা শেষত আমি তেওঁৰ পৰা এক লক্ষ পঞ্চাশ হেজাৰ টকা পালোঁ।

ইয়াৰ কিছু দিনৰ পিচতে বোষ্টন নগৰৰ ট্ৰিনিটি ধৰ্ম্মমন্দিৰৰ প্ৰচাৰক ৰেভাৰেণ্ড্ উইনচেষ্টাৰ ডোনাল্ড মহাশয়ক সাহ কৰি নিমন্ত্ৰণ কৰিছিলোঁ। তেওঁৰ পৰা দু-আষাৰ ধৰ্ম্মৰ বিষয়ে কথা শুনিবৰ মন আছিল। তেওঁৰ লগত অনেক মানুহ আহিবৰ কথা আছিল। এই উপলক্ষে স্কুলত ধুমধাম পৰি গ'ল। স্কুলত ঠায়ে নাটে দেখি চন্দ্ৰতাপ ত'ৰি আৰু ঠাই কৰা গ'ল। লতা-পাতা আৰু ফুল দি গোটেই ঠাই সজোৱা হ'ল। মানুহ আহি ভৰি পৰিল। বক্তৃতা আৰম্ভ হোৱাৰ পিচতেই ছৰ-ছৰ কৰে বৰষুণ আনিবলৈ ধৰিলে। সভাপতি ডাঙৰীয়া বৰষুণত তিতিবলৈ ধৰিলে। আমাৰ মানুহ এজনে তেওঁৰ মূৰত ছাটি ধৰিলে। বহুত বেলিৰ মূৰত বৰষুণ এৰাত আকৌ বক্তৃতা হবলৈ

ধৰিলে। সভা শেষ হোৱাত সভাপতি মহোদয়ে সাজপাৰ সলাই ক'লে, "ৱাচিংটন, টাস্কেগীত যি বিৰাট কাণ্ড দেখিছোঁ, ইয়াত এটা বৰ ডাঙৰ ধৰ্ম্মমন্দিৰ হোৱা আৱশ্যক।"

এই কথা তেতিয়াও প্ৰচাৰিত হোৱা নাছিল। কিন্তু আচৰিত কথা এই যে পিচদিনা ৰাতিপুৱা ইটালিৰ পৰা এখন চিঠি পালোঁ। দুজনা ভদ্ৰমহিলাই আমাৰ ধৰ্ম্মমন্দিৰৰ সকলো খৰচ বহন কৰিবলৈ গাত লৈছে!

সম্প্ৰতি শ্ৰীযুত এণ্ড্ৰু কাৰ্ণেগি মহোদয়ৰ পৰা মই ৬০,০০০৲ টকা পালোঁ। এই ধনেৰে এটা লাইব্ৰেৰী সাজিবৰ দিহা কৰিলোঁ। ইমান দিন আমাৰ লাইব্ৰেৰীঘৰ নাছিল বুলিলেও চলে। এটা সৰু কাঠৰ কুঠৰীতে আমাৰ কিতাপবোৰ ৰখা হৈছিল। কোঠাটো মুঠেই ১২ ফুট দীঘল আৰু ৫ ফুট বহল আছিল। কিন্তু আজি কাৰ্ণেগিৰ কৃপাত এটা প্ৰকাণ্ড লাইব্ৰেৰী সজা হৈছে। ইমান দিন আমি তেওঁৰ কৃপা পোৱা নাছিলোঁ। তেওঁৰ অনুগ্ৰহ পাবৰ নিমিত্তে মই দহ বছৰ অপেক্ষা কৰিব লগাত পৰিছিলোঁ। ১৮৯০ চনতে মই তেওঁৰ লগত প্ৰথম বাৰ দেখা কৰিছিলোঁ। তেতিয়া তেওঁ আমাৰ প্ৰতি অকণো সহানুভূতি নেদেখুৱাইছিল। দহবছৰ পিচত তেওঁলৈ এখন চিঠি লিখিলোঁ। চিঠিখন এই—

'টাস্কেগী—আলাবামা।'
১৫ ডিচেম্বৰ, ১৯০০।'

সবিনয় নিবেদন,

কেইদিনমানৰ আগেয়ে আপোনাৰ ঘৰত মোৰ যি কথা-বতৰা হয়, সেই কথা অনুসাৰে আপোনালৈ এইখন চিঠি লিখিলোঁ। আপুনি আমাৰ লাইব্ৰেৰীৰ আৱশ্যকতা বুজিব খুজিছে, সেই কাৰণে আপোনাক জনাইছোঁ যে,—

১। আমাৰ স্কুলত সম্প্ৰতি ১১০০ ছাত্ৰ আৰু ৮৬ জন শিক্ষক

আৰু কৰ্ম্মচাৰীয়ে এই লাইব্ৰেৰী ব্যৱহাৰ কৰিব। তাৰ বাহিৰেও শিক্ষক আৰু কৰ্ম্মচাৰীসকলৰ পৰিয়ালৰ আন আন মানুহ আৰু আমাৰ স্কুলৰ ওচৰত থকা প্ৰায় ২০০ জনমান নিগ্ৰো মতা আৰু মাইকী মানুহেও এই লাইব্ৰেৰীৰ পৰা উপকাৰ পাব।

২। আমাৰ হাতত এতিয়া ১২,০০০ কিতাপ আৰু বাতৰি কাকত প্ৰভৃতি আছে। এইবোৰ কিতাপ আমি বন্ধুসকলৰ পৰা দান স্বৰূপত পাইছোঁ; কিন্তু ঠাইৰ অভাৱত এইবোৰ কিতাপ ভালকৈ ৰাখিব পৰা নাই। লাইব্ৰেৰী নথকাত কিতাপবোৰৰ ব্যৱহাৰবো নানা অসুবিধা ঘটিছে।

৩। আমালোকৰ স্কুলৰ পৰা বছৰে বছৰে অনেক গ্ৰেজুৱেট ছাত্ৰ বাহিৰ হৈছে। তেওঁলোকে দক্ষিণ-অঞ্চলৰ প্ৰত্যেক প্ৰদেশতে কাম কৰিছে। লাইব্ৰেৰী প্ৰতিষ্ঠিত হ'লে তেওঁলোকৰ সাহায্যত সমস্ত নিগ্ৰোজাতিৰ মাজত সংসাহিত্য প্ৰচাৰিত হব পাৰিব।

৪। আমাৰ আৱশ্যকীয় ঘৰ সাজিবৰ নিমিত্তে আনুমানিক খৰচ ৬০,০০০৲ টকা লাগিব। ইটা গঢ়া, মিস্ত্ৰীৰ কাম আদি ঘৰ সজা সকলো কাম আমাৰ ল'ৰাবিলাকেই কৰিব।

৫। গতিকে আপোনাৰ দানেৰে তিনটা কাম কৰিব পৰা হ'ব। প্ৰথমেতে লাইব্ৰেৰী সজা হব, দ্বিতীয়তে সেই কামৰ লগতে ল'ৰাবিলাকে কিছুমান নতুন শিল্প শিকিব আৰু তাৰ বাহিৰে কাম কৰি ল'ৰাবিলাকে যি ৰানচ পাব তাৰে তেওঁলোকৰ স্কুলৰ খৰচ চলিব।

অন্যান্য কিবা জানিবলগীয়া থাকিলে পিচত জানিব পাৰিব।

ঠিকনা—
এণ্ড্ৰু কাৰ্ণেগি
৫ ওৱেষ্ট ৫১ নং ষ্ট্ৰীট
নিউয়ৰ্ক।

ইতি নিবেদক—
বুকাৰ টি ৱাচিংটন,
পৰিচালক,
টাস্কেগী শিল্প-বিদ্যালয়।

যথা সময়ত উত্তৰ আহিল—"মই আপোনাৰ মহৎ উদ্দেশ্যত আন্তৰিক সহানুভূতি প্ৰকাশ কৰিছোঁ। আপোনাৰ সৎকাৰ্য্যত যোগদান কৰিব পাৰি মই নিজে নিজেই কৃতাৰ্থ মানিছোঁ। ঘৰ সাজোঁতে যি বিল পৰিব অনুগ্ৰহ কৰি মোলৈ পঠাই দিব। মই ৬০,০০০৲ টকা পৰ্য্যন্ত পাওনাদাৰবিলাকক শোধ দিবলৈ গাত লৈছোঁ।"

এইটো এটা ডাঙৰ দানৰ কথা ক'লোঁ। ইয়াৰ বাহিৰেও মই সৰু সৰু দান অসংখ্য পাইছোঁ। এই সৰু-সুৰা দানৰ বাবেই টাস্কেগীৰ কথা সকলো ঠাইতে প্ৰচাৰিত হৈছে। এই সৰু সৰু দানবোৰতেই আমি হেজাৰ হেজাৰ মানুহৰ সহানুভূতি লাভ কৰিছোঁ। মোৰ মনেৰে যেই সেই অনুষ্ঠানবিলাক সৰু সৰু দানৰ ওপৰতেই 'জাতীয়' আৰু সৰ্ব্বজনপ্ৰিয় হৈ উঠে। মুষ্টিভিক্ষাৰ ওপৰত উঠা অনুষ্ঠানবিলাকক জনসাধাৰণে নিজৰ সম্পত্তি বুলি গৌৰৱ অনুভৱ কৰে। এই ক্ষুদ্ৰ দান উপলক্ষে এটা কথা কোৱা আৱশ্যক। আমাৰ স্কুলৰ পৰা বছৰি যিবিলাক ল'ৰা বাহিৰ হৈ গৈছে, তেওঁলোকেও নিয়ম মতে আমাক সাহায্য কৰি থাকে। এইদৰেই তেওঁলোকে আমাৰ লগত জীৱন ব্যাপি সম্বন্ধ ৰাখি চলিছে।

প্ৰথম তিনি বছৰৰ কাৰ্য্যৰ ফলত আমি আলাবামা প্ৰদেশৰ দৰবাৰৰ পৰা বড়া হাৰত সাহায্য পাই আহিছোঁ। প্ৰথমে আমি ৬০০০৲ কৈ বছৰি পাইছিলোঁ, তাৰ পিচত ৯০০০৲ কৈ পালোঁ আৰু এতিয়া বছৰি ১৩,৫০০৲ কৈ পাব লাগিছোঁ।

'শ্লটাৰ ভাণ্ডাৰ' নামে ভড়াল এটাৰ পৰাও আমি মোটা দান পাইছোঁ। আগেয়ে আমি ৩০০০৲ কৈ পাইছিলোঁ, কিন্তু এতিয়া আমাৰ কাৰ্য্য দেখি ভঁড়ালৰ কৰ্ত্তাসকলে ৩৩,০০০৲ হেজাৰ কৰি দিছে।

ইয়াৰ বাহিৰেও আমি 'পীবডি' ভঁড়ালৰ পৰাও সাহায্য পাইছোঁ। প্ৰথমতে বছৰি ১৫০০৲ টকাকৈ পাইছিলোঁ; এতিয়া বছৰেকত ৪৫০০৲ কৈ পাইছোঁ।

এই দুই ভঁড়ালৰ পৰা সাহায্য পোৱাৰ লগে লগে মই কেইবাজনো সহৃদয় চাহাবৰ লগ পাইছোঁ৷ আৰু তেওঁলোকৰ বিষয়ে অনেক কথা জানিব পাৰিছোঁ। তেওঁলোক প্ৰত্যেকেই একোটা ডাঙৰ অনুষ্ঠান আৰু ব্যৱসায়ৰ পৰিচালক, অথচ ইমান দায়িত্বপূৰ্ণ কামৰ বোজা মূৰত লৈয়ো তেওঁলোকে আমাৰ দৰে দুখীয়া মানুহৰ কান্দোনতো কাণ পাতে! ই সঁচাকৈয়ে বৰ আচৰিত আৰু আনন্দৰ কথা!

---

# ত্ৰয়োদশ অধ্যায়

## পাঁচ মিনিটৰ বক্তৃতা

'পৰ্টাৰ হল' সজাৰ পিচতে ল'ৰা-ছোৱালীৰ সংখ্যা আকৌ বাঢ়িবলৈ ধৰিলে। দুখীয়া অথচ বুধিয়ক ল'ৰা-ছোৱালীবিলাকে স্কুলত নাম লগাবলৈ দৰখাস্ত দিবলৈ ধৰিলে। তেওঁলোকৰ নিমিত্তে ১৮৮৪ চনত এখন ৰাতিৰ স্কুল খুলিলোঁ। ১২ জন ছাত্ৰ লৈ কাম আৰম্ভ কৰিলোঁ। তেওঁলোকে দিনত ১০ ঘণ্টাকৈ কোনো কৃষিকাৰ্য্য বা শিল্পত খাটি ৰাতি দুঘণ্টা পঢ়িবলৈ পাইছিল। কামৰ বানচস্বৰূপ খোৱা খৰচৰ বাহিৰেও টকা তেওঁলোকক নগদ দিছিলোঁ। এই টকা তেওঁলোকে স্কুলত জমা ৰাখিছিল। এইদৰে দুবছৰ ৰাতিৰ স্কুলত কটাই দিনৰ স্কুলত ভৰ্ত্তি হব পাৰিছিল। এইদৰেই যোৱা পোন্ধৰ বছৰ ৰাতিৰ স্কুলৰ কাম চলি আহিছে। এতিয়া সেই স্কুলৰ ছাত্ৰৰ সংখ্যা ৪৫৭ জন।

ৰাতিৰ স্কুল ছাত্ৰৰ অগ্নি-পৰীক্ষা। কিয়নো, সেই স্কুলৰ নিমিত্তে আন্তৰিক শ্ৰদ্ধা নাথাকিলে, কোনেও ইমান কঠিন পৰিশ্ৰম কৰি এনেকৈ জীৱন কটাব নোৱাৰে।

দিনৰ স্কুলত নাম লিখাই দিয়াৰ পিচতো তেওঁলোকক এটা নহয় এটা ব্যৱসায়ত লগাই দিছিলোঁ। সপ্তাহৰ ভিতৰত চাৰিদিন তেওঁলোকে আন সাধাৰণ ছাত্ৰৰ দৰে লিখাপঢ়া কৰিছিল। তাৰ বাহিৰেও গৰমৰ তিনিমহীয়া বন্ধতো তেওঁলোকে খাটিৰ লগাত পৰিছিল। এইদৰেই ৰাতিৰ স্কুলৰ পৰীক্ষাত উত্তীৰ্ণ হৈ দিনৰ স্কুলত শিক্ষা পাই অনেক নিগ্ৰো মতা মাইকী 'মানুহ' হৈছে। আৰু সেই কাৰণেই এতিয়া য'তে ত'তে নামজাদা নিগ্ৰো শিল্পী আৰু ব্যবসায়ী দেখিবলৈ

পাওঁ। তেওঁলোকৰ বেছি ভাগেই এই 'বাতি-স্কুল'ৰ অগ্নি-পৰীক্ষাৰ ভিতৰেদি জীৱন আৰম্ভ কৰিছে।

অকল শিল্প আৰু কৃষিবিদ্যাতে আবদ্ধ নাথাকি আমি ল'ৰা-ছোৱালীবিলাকক আধ্যাত্মিক বিষয়েও জ্ঞান দিবলৈ যথেষ্ট চেষ্টা কৰিছিলোঁ। খৃষ্টধৰ্ম্মৰ প্ৰচাৰ টাস্কেগীত যথেষ্ট হৈ থাকে। আমি কোনো বিশেষ দল বা সম্প্ৰদায়ৰ অন্তৰ্ভুক্ত নহওঁ। কিন্তু সাধাৰণ ভাৱে খৃষ্টৰ মত আমালোকৰ শিক্ষালয়ত প্ৰচাৰিত হৈ থাকে।

মই কি উপায়েৰে বক্তৃতা কৰিবলৈ শিকিলোঁ, অনেকে সোধে। আচল কথা ক'বলৈ গ'লে, বক্তৃতা দিয়া মোৰ জীৱনৰ উদ্দেশ্য নহয়। মোৰ জীৱনৰ লক্ষ্য—কাম, কথা নহয়। মই যি কাম কৰোঁ, দহজনৰ মাজত তাকে প্ৰচাৰ কৰিবলৈ যত্ন কৰোঁ।

আলাবামা ভৱনৰ নিমিত্তে উত্তৰ অঞ্চলত ধন তোলোঁতেই মই অনেক ঠাইত বক্তৃতা দিব লগাত পৰিছিলোঁ। তাতে মোৰ নাম বৈ বৈ গ'ল। মোৰ বক্তৃতা শুনি অনেক মানুহে আনন্দ উপভোগ কৰিলে। যুক্তৰাজ্যৰ জাতীয় শিক্ষাপৰিষদৰ সভাপতি মাননীয় শ্ৰীযুক্ত বিকনেল ডাঙৰীয়াই কোনো এঠাইত মোৰ বক্তৃতা শুনিছিল। তাৰ কিছু দিনৰ পিচতে তেখেতে মোকে মেচিডেন নগৰত শিক্ষা-পৰিষদত এটা বক্তৃতা দিবলৈ নিমন্ত্ৰণ কৰে। সেই সভাত প্ৰায় ৪০০০ মানুহ উপস্থিত আছিল। আলাবামা আৰু টাস্কেগীৰ পৰাও অনেক চাহাব সেই সভালৈ গৈছিল। বক্তৃতা দি শেষ কৰাৰ পিচত কেইবাজনো চাহাবে মোক কৈছিল, "ডাঙৰীয়া, আপোনাৰ বক্তৃতা শুনি আমি বৰ সন্তোষ পালোঁ। আমি ভাবিছিলোঁ, উত্তৰ-অঞ্চলত আদৰ-সাদৰ পাই, আপুনি দক্ষিণ-অঞ্চলৰ চাহাব সকলক গালি-শপনি দিব, কিন্তু দেখিলোঁ, আপোনাৰ বক্তৃতাত বিদ্বেষৰ লেশ মাত্ৰ নাই।"

মোৰ বক্তৃতাৰ সাৰমৰ্ম্ম এগৰাকী ইয়াঙ্কী মহিলাই বাতৰি-কাকতলৈ [illegible] মন্তব্য প্ৰকাশ কৰিছিল—যে মই দক্ষিণ-অঞ্চলৰ

চাহাব সকলক গালি-শপনি পৰা নাই, বৰঞ্চ, টাস্কেগী-স্কুলৰ পক্ষৰ পৰা তেওঁলোকৰ প্ৰতি কৃতজ্ঞতা হে জনাইছোঁ।

মই মেচিডেনৰ বক্তৃতাত ক'লা আৰু বগাৰ সমস্যাৰো আলোচনা কৰোঁ। ইয়াৰ আগেয়ে এনেবিলাক কথা মই প্ৰকাশ্য ভাৱে কোনো সভাত তোলা নাছিলোঁ। ইমান দিন শিক্ষাবিষয়ক কথাহে দহজনৰ মাজত প্ৰচাৰ কৰি আহিছোঁ। গতিকে এই সময়ত মই ক'লা-বগাৰ সমস্যা লৈ আলোচনা কৰাত অনেকে ভাল বুলিছিল।

গালি পাৰি কাকো ভাল কৰিব নোৱাৰি। বৰঞ্চ যি যিমানখিনি ভাল কাম কৰিছে, তেওঁক সেই অনুপাতে প্ৰশংসাহে কৰিব লাগে। সেই কাৰণেই মই উত্তৰ-অঞ্চলত বক্তৃতা কৰিবলৈ গৈ দক্ষিণ-অঞ্চলৰ মানুহক গালি পৰা নাই। মই যি কথা কাৰো আগত কব নোৱাৰোঁ সেই কথা পাচত কেতিয়াও'নকওঁ।

আৱশ্যক হলে মই মানুহক গালি পাৰিবলৈও পিচ নোহোহঁকো। যেতিয়া সঁচাসঁচিকৈয়ে জানো যে চাহাবসকলে কিবা অন্যায় কৰিছে, তেতিয়া মই তেওঁলোকৰ মুখৰ আগতেই গালি পাৰোঁ। কিয়নো মই জানো যে, অনেক মানুহে স্পষ্টবাদিতা ভাল পায়। সেই কাৰণেই মই দক্ষিণ-অঞ্চলৰ মানুহৰ দোষবোৰ দক্ষিণ-অঞ্চলৰ মানুহকে কওঁ, সেই দোষ উত্তৰ-অঞ্চলত ৰটাই লাভ নাই।

নিগ্ৰো আৰু চাহাবৰ মাজত সদ্ভাৱ বৃদ্ধি কৰা আৰু তেওঁ-লোকৰ মাজত বন্ধুত্ব স্থাপন কৰাই, মেচিডেনৰ বক্তৃতাত মোৰ প্ৰধান কথা আছিল। নিগ্ৰোকো তেওঁলোকৰ কৰ্ত্তব্য বুজাবলৈ মই চেষ্টা কৰিছিলোঁ। মোৰ মতে নিগ্ৰোৱে কেৱল ক্ষমতা বা অধিকাৰ পাবলৈ যত্ন কৰিলেই নহয়, তেওঁলোকে নিজৰ সঙ্কীৰ্ণতা আৰু স্বাৰ্থপৰতা এৰি সমগ্ৰ আমেৰিকাৰ কথা ভাবিব লাগে। যুক্তৰাজ্যৰ 'জাতীয় স্বাৰ্থ' কেৱল বগা বা ক'লা নহয়। যি এই জাতীয় স্বাৰ্থ বা সমগ্ৰ আমেৰিকাৰ কথা ভাবিব নোৱাৰে তেওঁ

কৰ্ত্তব্য পালনৰ অযোগ্য। নিগ্ৰোৱে তেওঁলোকৰ বিদ্যা, বুদ্ধি আৰু মস্তিষ্ক খটাই গোটেই আমেৰিকাৰ কথা ভবা উচিত।

এই গ'ল মোৰ বক্তৃতাৰ ৰাজনৈতিক অংশ। ইয়াৰ লগে লগে মই নিগ্ৰোসমাজৰ উন্নতিৰ বিষয়েও অনেক কথা আলোচনা কৰিছিলোঁ। মই এঠাইত কৈছিলোঁ, "ভাই নিগ্ৰো, তোমাৰ বিদ্যা বুদ্ধি মাৰ্জ্জিত হোৱা আৱশ্যক, তোমাৰ চৰিত্ৰ গঠিত হোৱা আৱশ্যক। নানা সদ্গুণ অৰ্জ্জন কৰি যদি তুমি আমেৰিকাৰ জনসমাজৰ অঙ্গস্বৰূপ হোৱা, দেখিবা কোনেও তোমাক সেই উচ্চ ঠাইৰ পৰা খেদিব নোৱাৰিব। দেখিবা কোনেও তোমাক অবনত বা পদদলিত কৰি ৰাখিব নোৱাৰিব; তুমি সঙ্কীৰ্ণতা আৰু স্বাৰ্থপৰতা এৰি সকলো সদ্গুণৰ অধিকাৰী হোৱা, সমস্ত আমেৰিকাবাসীয়ে তোমাক পূজা কৰিব।

"মই জানো,' এজন নিগ্ৰোৱে নিজৰ বিদ্যাবুদ্ধিৰ বলত তিনি বিঘা মাটি খেতি কৰি ৩০ মোণ ৰঙা আলু পাইছিল, অথচ ওচৰৰে আন আন চাহাবে খেতি কৰি কেৱল মাত্ৰ ২ মোণ হে আলু পাইছিল। সেইজন নিগ্ৰোৱে কৃষি আৰু ৰাসায়নিক বিদ্যা ভাল জানিছিল, কিন্তু চাহাব সকলে একো নেজানিছিল। গতিকে সেই গাৱঁতে এই নিগ্ৰোজনে সকলো মানুহৰ পৰা আদৰ আৰু সন্মান পাবলৈ ধৰিলে। এতেকে তোমালোকেও মনোযোগেৰে কৃষি আৰু শিল্পত লাগি যোৱা, দেখিবা তোমালোকৰো ভবিষ্যত মুকলি হ'ব।"

মই এইবিলাক চিৰদিন মানি আছোঁ। এইবাৰেই প্ৰথম প্ৰচাৰ কৰিলোঁ। এতিয়ালৈকে সেই মতৰ পৰিবৰ্ত্তন হোৱা নাই।

যিবিলাক মানুহে নিগ্ৰোক পীড়ন কৰিছিল অথবা তেওঁলোকক হেঁচি ৰাখিবলৈ যত্ন কৰিছিল, মই ডেকাকালত তেনে মানুহক বৰ ঘিণ কৰিছিলোঁ। আজিকালি কিন্তু তেনে মানুহক দেখিলে পুতৌ কৰোঁ। কিয়নো এই চিৰপৰিবৰ্ত্তনশীল সংসাৰত কাকো

কোনেও বেছিদিন হেঁচা দি ৰাখিব নোৱাৰে। কাৰণ সকলোৰে এদিন উন্নত অৱস্থা আহিবই আহিব, আৰু তেনে হেঁচা দিওঁতে নিজে নিজে লাজ পাবই পাব।

মেচিডেনৰ বক্তৃতাত মোৰ নাম চাৰিওপিনে বৈ বৈ গ'ল। কিন্তু দক্ষিণ-অঞ্চলতো চাহাবসকলৰ আগত মোৰ মতবোৰ প্ৰচাৰ কৰিবৰ বিশেষ ইচ্ছা আছিল। সৌভাগ্যক্ৰমে এনে এটা সুযোগো আহি পৰিল।

১৮৯৩ চনত জৰ্জ্জিয়া প্ৰদেশৰ আট্লাণ্টা নগৰত এখন বৰ ডাঙৰ খৃষ্টান সভাৰ আয়োজন হৈছিল। সেই সময়ত বোষ্টন নগৰতো মোৰ বৰ কাম আছিল। তথাপিও জৰ্জ্জিয়াৰ নিমন্ত্ৰণ ৰক্ষা কৰিলোঁ। বোষ্টনৰ পৰা আট্লাণ্টা ২০০০ মাইল আঁতৰ। ইপিনে বেলেৰে গলেও বক্তৃতা দিয়া সময়তকৈ আধা ঘণ্টা আগেয়েহে সেইখিনি পাবগৈ পাৰি। তাতে আকৌ কেৱল পাঁচ মিনিট সময়হে বক্তৃতা কৰিব পাৰিম। আটলাণ্টাত মুঠ এঘণ্টা সময় থাকিয়েই আকৌ ৰেলত বোষ্টনলৈ ঘূৰি আহিব লাগিব। সি যি হওক, বক্তৃতা কৰিবৰ এই সুযোগ নেৰিলোঁ।

সেই সভাত প্ৰায় ২০০০ হেজাৰ মানুহ গোট খাইছিল। মই পাঁচ মিনিট বক্তৃতা কৰিলোঁ। সেই সভাত মোৰ শিক্ষাপ্ৰণালী আৰু লগে লগে নিগ্ৰোজাতিৰ কৰ্ত্তব্য আৰু দায়িত্বৰ কথাও ভাঙি ক'লো। কাগজে-পত্ৰে মোক প্ৰশংসা কৰিবলৈ ধৰিলে। মোৰ কাৰ্য্য উদ্ধাৰ হ'ল। দক্ষিণ-অঞ্চলৰ চাহাবসকলৰ মাজত মোৰ নাম বৈ গ'ল।

ইয়াৰ পিচত ক'লা-বগা সকলোৱেই মোক বক্তৃতা দিবলৈ টনাটনি কৰিবলৈ ধৰিলে। স্কুলৰ কাম এৰি চাৰিওপিনে বক্তৃতা দি ফুৰিব লগাত পৰিলোঁ। উত্তৰ-অঞ্চলত মই স্কুলৰ নিমিত্তে ধন তুলিবলৈ চাহাবসকলৰ আগত বক্তৃতা দিছিলোঁ, আৰু নিগ্ৰোমহলত বক্তৃতা দিওঁতে তেওঁলোকৰ বৰ্ত্তমান অৱস্থা আৰু ভৱিষ্যৎ উন্নতিৰ উপায় আলোচনা কৰিছিলোঁ।

এইবাৰ মই জীৱনৰ এটা বিশেষ ঘটনাৰ কথা উল্লেখ কৰিম। সেই দিনৰ পৰা মই সমস্ত যুক্তৰাজ্যত পৰিচিত হৈছোঁ। তেতিয়াৰে পৰা মোৰ নাম কেৱল দুইচাৰিজনৰ মাজত আবদ্ধ নাথাকি গোটেই আমেৰিকাত প্ৰচাৰ হৈ পৰিল। ১৮৯৫ চনৰ ১৮ চেপ্টেম্বৰ মোৰ জীৱনৰ এটা চিৰস্মৰণীয় দিন। সেই দিনা আটলাণ্টা নগৰৰ কেইজনমান জনাশুনা ভদ্ৰলোকৰ পৰা মই এখন টেলিগ্ৰাম পালোঁ,—

"এই নগৰত এখন ডাঙৰ মেলা আৰু সম্মিলনৰ আয়োজন কৰা হৈছে। সেই কাৰণে যুক্তৰাজ্যৰ ধনসচিবৰ পৰা কিছু অৰ্থ সাহায্য বিচাৰিব লগাত পৰিছোঁ। যুক্তৰাজ্যৰ দৰবাৰলৈ এখন আবেদন পঠোৱা হব। আপুনিও আমাৰ লগ ল'ব বুলি আশা কৰিলোঁ।"

জৰ্জ্জিয়া প্ৰদেশৰ ২৩ জন জনাশুনা চাহাব আৰু ৩ জন নিগ্ৰো এই কামৰ নিমিত্তে বাচি লোৱা হ'ল। তাৰে ভিতৰত এজন ময়ো পৰিলোঁ।

সেই দৰবাৰত কেইবাজনেও বক্তৃতা দিছিল। ময়ো ১৫।২০ মিনিটমান বক্তৃতা দিছিলোঁ। মোৰ বক্তৃতাৰ সাৰ মৰ্ম্ম এই :—

"আপোনালোকে দক্ষিণ-অঞ্চলত ক'লা আৰু বগাৰ ভিতৰত ভাতৃভাব বঢ়োৱা উচিত। আপোনালোকে সেই অঞ্চলৰ সকলো প্ৰকাৰৰ শ্ৰীবৃদ্ধিৰ কাৰণে বিশেষ যত্ন কৰা উচিত। এই মেলাত যোৱা কুৰি বছৰৰ ভিতৰত দুই জাতিৰ মাজত যি উন্নতি হৈছে, তাৰ চিন পাব। আৰু এই মেলাৰ দ্বাৰাই দুই জাতিৰ ভবিষ্যত উন্নতিৰ বাটো মুকলি হব।

"নিগ্ৰোৱে ৰাজনৈতিক অধিকাৰ পাইছে সঁচা ; কিন্তু, ভোট দি প্ৰতিনিধি বাচিবৰ ক্ষমতা থাকিলেই একো নহয়। তেওঁলোকৰ ধনসম্পত্তি, মাটিবাৰী একো নাই। সেই কাৰণে, তেওঁলোকৰ কৃষি, শিল্প, ব্যবসায়, শিক্ষা আৰু চৰিত্ৰগঠনত এই দৰবাৰে সাহায্য কৰা উচিত। যি জাতিৰ এনেবোৰ গুণ নাই, সেই জাতি

কেতিয়াও উধাব নোৱাৰে। এতেকে আটলাণ্টা সম্মিলনত এই দৰবাৰৰ মহা সুযোগ ওলাইছে। উত্তৰ আৰু দক্ষিণ অঞ্চলত সন্ধি হোৱাৰ পৰা এনে সুযোগ ঘটা নাই। দৰবাৰে ইচ্ছা কৰিলে এনে মহৎ অনুষ্ঠানৰ দ্বাৰাই আমেৰিকাত নতুন যুগ প্ৰবৰ্ত্তন কৰিব পাৰিব। আশা কৰোঁ এনে কাৰ্য্যলৈ আপোনালোকৰ পৰা যথেষ্ট সাহায্য পাম।"

মোৰ বক্তৃতা শেষ হল; নগৰীয়া প্ৰতিনিধি সকলে মোৰ সুখ্যাতি কৰিবলৈ ধৰিলে। দৰবাৰৰ সভ্যসকলেও মোক প্ৰশংসা কৰিলে। দৰবাৰৰ পৰা আমাৰ আবেদন মঞ্জুৰ হল; সেই মেলাৰ সমুদায় খৰচ দৰবাৰে বহন কৰিবলৈ গাত ল'লে।

ইয়াৰ পিচত প্ৰদৰ্শনী পাতিবৰ আয়োজন হ'ল। নিগ্ৰোসমাজৰ নিমিত্তেও এটা বেলেগ বিভাগ খুলিবলৈ প্ৰদৰ্শনীৰ কৰ্ত্তাসকলে স্থিৰ কৰিলে। যোৱা কুৰি বছৰত নিগ্ৰোৱেও নানা কামত নিজৰ কৃতিত্বৰ চিনাকি দিছে। সেই আটাইবোৰ বস্তু একে ঠাইতে গোট খুউৱা আৱশ্যক।

স্থিৰ হ'ল যে, নিগ্ৰো বিভাগত, ঘৰ-বাৰী, সাজ-সৰঞ্জাম সকলো-বিলাক নিগ্ৰোৱেই কৰি ল'ব। নিগ্ৰো-বিভাগৰ নিমিত্তে এজন পৰিচালক ল'ব লগাত পৰিল। সকলোৱে মোলৈকে আঙুলিয়ালে। মই স্কুলৰ কামত ব্যস্ত থকাত সেই ভাৰ নল'লোঁ। মোৰ প্ৰস্তাৱত আন এজন নিগ্ৰোৱে সেই ভাৰ ল'লে।

নিগ্ৰো বিভাগৰ দুটা কোঠাই সকলোৰে মন আকৰ্ষণ কৰিছিল। হেম্পটন আৰু টাস্কেগী স্কুলৰ ল'ৰাবিলাকৰ হাতৰ কাম দেখি সকলো মানুহেই বৰ আচৰিত মানিছিল। বিশেষকৈ দক্ষিণ অঞ্চলৰ চাহাব-সকলে আমাৰ ল'ৰাবিলাকৰ কাম দেখি বৰ ভাল বুলিছিল।

লাহে লাহে প্ৰদৰ্শনীৰ দিন ওচৰ চাপিল। প্ৰদৰ্শনী খোলাৰ কাৰ্য্যপ্ৰণালীবোৰ আলোচনা হবলৈ ধৰিলে। প্ৰদৰ্শনীৰ কৰ্ত্তাসকলে থিৰ কৰিলে যে, নিগ্ৰোৰ পক্ষৰ পৰাও এজন প্ৰতিনিধিয়ে সেই

মেলাৰ সম্মিলনত বক্তৃতা দিয়া আৱশ্যক। অনেকে এই বিষয়ে আপত্তিও কৰিলে। শেষত এজন নিগ্ৰোৱেও বক্তৃতা দিয়াৰ কথা সাব্যস্ত হল। ইয়াৰ কেইদিনমানৰ পিচতে মই সেই নিমন্ত্ৰণ পালোঁ।'

মই মহা বিমোৰত পৰিলোঁ। কেইবছৰমান আগতে মই গোলাম আছিলোঁ। মোৰ কোনো কোনো পুৰণি মালিকো এই মেলালৈ আহিব। মই স্বাধীনভাবে তেওঁলোকৰ আগত কেনেকৈ বক্তৃতা দিম? ইয়াৰ বাহিৰেও নিগ্ৰোজাতিৰ পক্ষে—চাহাবসকলৰ আগত থিয় দি বক্তৃতা কৰাৰ সুযোগ মোৰ নিমিত্তে এয়েই প্ৰথম। এই ঘটনাৰ ওপৰতে গোটেই নিগ্ৰোজাতিৰ ভবিষ্যত নিৰ্ভৰ কৰিছে। বিশেষতঃ এই সভাত অনেক উত্তৰ-অঞ্চলৰ চাহাব আৰু নিগ্ৰোও উপস্থিত থাকিব। ইমানবিলাক জনাশুনা মানুহৰ আগত এই জাতীয় সভামণ্ডপত থিয় দি সকলো সম্প্ৰদায়ৰ মান-সম্মান অটুট ৰাখি বক্তৃতা দিয়াটো কিমান টান কাম তাক বোধ কৰোঁ নকলেও হব।

মোৰ দায়িত্ব অতি গুৰুতৰ হৈ পৰিল। কিয়নো নিগ্ৰোৰ প্ৰতি মোৰ কৰ্ত্তব্য পালন কৰিব লাগিব, আৰু তাৰ বাহিৰেও দক্ষিণ আৰু উত্তৰ অঞ্চলৰ চাহাবসকলৰ প্ৰতিও মই কৃতজ্ঞতা প্ৰকাশ কৰিব লাগিব।

মোৰ মনত নানা ভাব খেলাবলৈ ধৰিলে। কি বিষয়ে বক্তৃতা দিব লাগিব, তাকো নেজানিছিলোঁ। মই অতি ধীৰভাৱে দুই জাতিৰ সমস্যাবোৰ দকৈ বুজিবলৈ চেষ্টা কৰিছিলোঁ। ইতিমধ্যে গোটেই আমেৰিকাৰ বাতৰি-কাকতবোৰে প্ৰকাশ্যভাৱে মোক নানা পৰামৰ্শ দিবলৈ ধৰিলে। কোনো কোনো কাকতে লিখিলে, অমুক অমুক বিষয় আলোচনা কৰা উচিত, অমুক অমুক বিষয়ে প্ৰশ্ন নোতোলাই ভাল। কোনো কোনো কাকতে লিখিলে—ৱাচিংটনে এই কথা যেন সভাত তোলে।—ইত্যাদি। মোৰ স্বজাতি আৰু দক্ষিণ

অঞ্চলৰ চাহাবসকলেও মোক নানা পৰামৰ্শ দিবলৈ ধৰিলে। সি যি হওক, মই মোৰ নিজৰ কৰিব লগীয়া কাম ঠিক কৰি পেলালোঁ। ১৮ চেপ্টেম্বৰত সভা বহিব। তাৰ আগেয়েই মই বক্তৃতা লিখি পেলালোঁ, টাস্কেগীৰ শিক্ষকসকলৰ আগত মই বক্তৃতা পঢ়ি শুনালোঁ। তেওঁলোকৰ আলোচনা অনুসৰি কোনো কোনো ঠাইত হাত ফুৰালোঁ।

১৭ চেপ্টেম্বৰৰ দিনা ল'ৰা-তিৰোতা লৈ সভালৈ ৰেলত যাত্ৰা কৰিলোঁ। ৰেলত উঠিব খোজোঁতেই এজন চাহাব খেতিয়কে ঠাট্টা কৰি ক'লে, "ভাই ৱাচিংটন! তুমি ইমান দিন উত্তৰ অঞ্চলত নিগ্ৰোৰ মাজত, আৰু আমি দক্ষিণ অঞ্চলৰ মানুহৰ আগত বেচ বক্তৃতা কৰিছিলোঁ, কিন্তু এইবাৰ তুমি টান কামত হাত দিছা, সকলোৰে আগত বক্তৃতা কৰিব লাগিব। এই পৰীক্ষাত উঠিব পাৰিলেহে তোমাক মানুহ বুলি জানিম।" সেই খেতিয়কে মোৰ মনৰ ভাব ঠিক ধৰিব পাৰিছিল। সি যি হওক, তেওঁৰ কথাই মোক অলপো ভাল লগাব নোৱাৰিছিল।

ৰেলত যাবলৈ ধৰিলোঁ। ষ্টেচনে ষ্টেচনে অনেক চাহাব আৰু নিগ্ৰোৱে মোক লৈয়েই নানা আলোচনা কৰিবলৈ ধৰিলে। কোনো কোনোৱে মোক আঙুলিয়াই দেখুৱালে। গাড়ীৰ পৰা নমা মাত্ৰকে এজন নিগ্ৰোৱে আন এজনক ক'লে, "কালিলৈ এওঁ নিগ্ৰোৰ পক্ষৰ পৰা বক্তৃতা দিব, মই সভাত সেই বক্তৃতা শুনিবলৈ যাম।"

আটলাণ্টাত সেই দিনা মানুহৰ প্ৰকোপত বিৰ দিও সন্ধি পাবলৈ নোহোৱা হৈছে। আমেৰিকাৰ ভিন ভিন প্ৰদেশৰ পৰা প্ৰতিনিধি, দৰ্শক, ব্যৱসায়ী আৰু শিল্পীৰ সমাগম হৈছে। সেনাবিভাগৰ মানুহ আহিছে। কাকতবোৰত সেই বিষয়ে নানা আলোচনা চলিছে।

গোটেই ৰাতি মোৰ টোপনি নাহিল। পুৱাই উঠিয়েই মই বক্তৃতাৰ সফলতাৰ কাৰণে ভগবানক প্ৰাৰ্থনা কৰিলোঁ। সকলো বক্তৃতাৰ আগতে মই এইদৰে ভগবানক প্ৰাৰ্থনা কৰোঁ।

ইয়াৰ কিছু পৰৰ পিচতে অভ্যৰ্থনা সমিতিৰ কেইবাজনো সভ্যই মোক সভালৈ নিবলৈ আহিল। সভালৈ যোৱাৰ আগতে এক বিৰাট্ শোভাযাত্ৰা বাহিৰ হ'ল। সেই শোভাযাত্ৰাত কেইবাজনো জনাশুনা নিগ্ৰো আৰু কেইবা দলো নিগ্ৰোসেনাই যোগদান দিলে। এইদৰেই তিনি ঘণ্টামান শোভাযাত্ৰা কৰি, সকলো মানুহ আহি সভাঘৰত সোমাল। গৰমত মোৰ শৰীৰ তেনেই কাতৰ হৈ পৰিল। এনেয়ে চিন্তা, তাৰ ওপৰত ভাগৰ। মই পৰি যাওঁ যেন লাগিল। ভাবিলোঁ, মোৰ বক্তৃতা দিয়া নহয়। সি যি হওক, সভামণ্ডপত সোমাই পৰিলোঁ।

সভামণ্ডপ অতি আহলবহল আৰু ঘূৰণীয়া আছিল। মানুহৰ প্ৰতাপত তলৰ পৰা ওপৰলৈকে ক'তো অকণো শুদা ঠাই নাছিল। মই সভামণ্ডপত সোমোৱা মাত্ৰেই নিগ্ৰোবিলাকে জয়ধ্বনি দিবলৈ ধৰিলে। দুই-চাৰিজন চাহাবেও সেই জয়ধ্বনিত যোগ দিছিল।

মোৰ বক্তৃতা শুনিবলৈ অনেক চাহাব সেই সভালৈ আহিছিল। কোনোৰ উদ্দেশ্য আছিল, মোৰ বক্তৃতা শুনা; কোনোৰ উদ্দেশ্য, মোক সহানুভূতি দেখুউৱা, আৰু বেছি ভাগৰ উদ্দেশ্য মোৰ ৰং চোৱা! কিয়নো মই বেয়া কৰিলেই তেওঁলোকে কব পাৰিব, "আমি আগেয়েই কৈছিলোঁ নহয়!"

সভাত বেয়া কৰিম বুলি, মোৰ এজন চাহাব বন্ধু সেই সভাঘৰতে নোসোমাল। সভা নভঙালৈকে অস্থিৰভাৱে তেওঁ বাহিৰতে পাইচাৰি কৰি ৰ'ল।



# চতুৰ্দ্দশ অধ্যায়

## বক্তৃতাৰ সাৰাংশ

জৰ্জ্জিয়া প্ৰদেশৰ গভৰ্ণৰ বুলকে এটা সৰু বক্তৃতা দি প্ৰদৰ্শনীৰ কাম আৰম্ভ কৰিলে। তেওঁৰ পিচত ধৰ্ম্মগুৰু নেলচনে এটা স্তোত্ৰ পাঠ কৰিলে। ইয়াৰ পিচত মিষ্টাৰ আলবাৰ্ট হাৱেলে এটা কবিতা পাঠ কৰিলে।

এইবোৰ কাম হৈ যোৱাৰ পিচত সন্মিলনৰ কাম আৰম্ভ হ'ল। প্ৰদৰ্শনীৰ সভাপতিয়ে তেওঁৰ অভিভাষণ পাঠ কৰিলে। মহিলা বিভাগৰ সভাপতি শ্ৰীমতী টমচনেও এটি সৰু বক্তৃতা দিলে। তাৰ পিচত বুলকে মোক সভাৰ মাজত চিনাকি দি ক'লে, "এওঁৰ নাম বুকাৰ ৱাচিংটন,—নিগ্ৰো সমাজৰ এজন নেতা আৰু নামজ্বলা প্ৰতিনিধি। তেওঁ আজি আমাক নিগ্ৰোজাতিৰ কৃতিত্ব আৰু সভ্যতাৰ বিবৰণ দি অনুগৃহীত কৰিব খুজিছে।"

মই বক্তৃতা দিবলৈ আৰম্ভ কৰিলোঁ। চাৰিও ফালৰ পৰা জয়ধ্বনি আৰম্ভ হ'ল। হেজাৰ হেজাৰ মানুহৰ চোকা দৃষ্টি মোৰ পিনে পৰিল। মই এই বক্তৃতা দিলোঁ ঃ—

"সভাপতি মহাশয়, প্ৰদৰ্শনীৰ আৰু সন্মিলনৰ কৰ্ত্তাসকল আৰু মোৰ মৰমৰ বাইজ!—

দক্ষিণ অঞ্চলৰ এক-তৃতীয়াংশ মানুহ নিগ্ৰোজাতিৰ অন্তৰ্গত। এই নিগ্ৰোজাতিক বাদ দিলে দক্ষিণ অঞ্চলত কোনো অনুষ্ঠানেই সফলতা লাভ কৰিব নোৱাৰে। এই অঞ্চলৰ আৰ্থিক, নৈতিক আৰু ৰাজনৈতিক উন্নতিৰ অৰ্থে ক'লা জাতিৰ সহযোগিতা গ্ৰহণ কৰা সকলোৰে আৱশ্যক।

আপোনালোকে এই প্ৰদৰ্শনীৰ উপলক্ষে সকলো অৱস্থাতেই নিগ্ৰোসমাজৰ সাহায্য গ্ৰহণ কৰিছে। এইদৰেই পদে পদে আপোনালোকে আমাৰ স্বজাতিৰ চৰিত্ৰবত্তা আৰু বুদ্ধিমত্তাৰ যথোচিত সন্মান কৰিছে। সেই কাৰণেই আমাৰ স্বজাতিয়ে আপোনালোকৰ ওচৰত তেওঁলোকৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছে। মই তেওঁলোকৰ মুখপাত্ৰ হৈ এই প্ৰদৰ্শনীৰ কৰ্ত্তাসকলক তেওঁলোকৰ উদাৰতাৰ কাৰণে অশেষ ধন্যবাদ জনাইছোঁ। আপোনালোকে আমাক এইদৰে সন্মানিত কৰি শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গ সমাজৰ ঐক্যবন্ধন দৃঢ় কৰি তুলিছে। আমাৰ স্বাধীনতা লাভৰ পিচত এনে ভাতৃভাব, সহৃদয়তা আৰু মিলাপ্ৰীতি দেখা পোৱা নাই।

অকল এয়েই নহয়। আমি এই সুযোগত শিল্প আৰু ব্যৱসায়ত নতুন জীৱন আৰম্ভ কৰিছোঁ। ইমান দিন আমি ৰাজনৈতিক আৰু শিল্প-কামত অপাৰগ আছিলোঁ। গুৰিৰ ভেটি প্ৰতিষ্ঠিত হোৱাৰ আগতে আমি নানা ৰকমৰ উচ্চ অধিকাৰ লাভৰ চেষ্টা ৰাখিছিলোঁ। সম্পত্তিৰ মালিক নোহোৱাকৈয়ে আমি ইমান দিন প্ৰাদেশিক আৰু যুক্তৰাজ্যৰ দৰবাৰৰ সভ্য হবলৈ আশা কৰিছিলোঁ। কৃষি আৰু ব্যৱসায়ত পিঠি দি আমি ইমান দিন ৰাজনৈতিক আন্দোলন আৰু বক্তৃতাত সময় কটাইছিলোঁ। এনে ধৰণৰ আশা আৰু আকাঙ্ক্ষাৰ যথেষ্ট কাৰণো আছিল। যেতিয়া স্বাধীনতা লাভ কৰোঁ, তেতিয়া আমি সকলো বিষয়তে অনভিজ্ঞ আছিলোঁ। সেই কাৰণেই সংসাৰৰ যাবতীয় লোভনীয় পদ আৰু সন্মানৰ প্ৰতি আমি বৰ অনুৰক্ত হৈ পৰিছিলোঁ।

এসময়ত এখন জাহাজে সাগৰত বাট হেৰুৱাই ইফালে সিফালে ঘূৰি ফুৰিছিল। হঠাৎ এদিন এখন নতুন জাহাজৰ লগত দেখা হ'ল। বাটহেৰুৱা জাহাজে মাস্তুলৰ পৰা সেই জাহাজৰ পিনে নিশান তুলিলে—"পানী, পানী, পিয়াহত মৰিছোঁ।" নতুন জাহাজে

তেতিয়াই উত্তৰ দিলে, "য'ত তোমালোকৰ জাহাজ আছে, তাতে নতুন পানী পাবা, সেই ঠাইতে বাল্টি পেলোৱা।"

পথভ্ৰান্ত জাহাজে আকৌ জনালে, "পানী, পানী, ভাল পানী দিয়া!" নতুন জাহাজে আকৌ উত্তৰ কৰিলে, "সেই ঠাইতে ভাল পানী পাবা। বাল্টি পেলালেই ভাল পানী উঠিব।" এইদৰেই সেই জাহাজে কেইবাবাৰো পানীৰ নিমিত্তে প্ৰাৰ্থনা কৰিলে, আৰু নতুন জাহাজেও সেই একে উত্তৰকে দিলে। শেষত পথভ্ৰষ্ট জাহাজৰ কৰ্ত্তাই পানীলৈ বাল্তি পেলালে। অতি সুন্দৰ আৰু নিৰ্ম্মল পানী বাল্তিত উঠিল। তেওঁলোকৰ জাহাজ কেতিয়াবাই সাগৰ এৰি আমাজন নদীৰ মোহনা পালেগৈ।

ময়ো আমাৰ ভাইসকলক কওঁ, য'তে আছোঁ ত'তে বাল্টি পেলোৱা; ভাল পানী পাবা, পিয়াহত মৰিব নালাগে।

আমেৰিকা এৰিলেই তোমালোক সুখী হব পাৰিবা বুলি ভাবিছানে? শ্বেতাঙ্গ সমাজৰ লগত তোমালোকৰ সদ্ভাৱ নহব বুলি ভাবিছানে? মই কওঁ, তোমালোকে নিশ্চয় ভুল বুজিছা—সেই পথভ্ৰষ্ট জাহাজৰ দৰে তোমালোকে পুৰণিৰ মোহতে মোহাচ্ছন্ন হৈ পৰি আছা।

চকু মেলি চোৱা—দেখিবা, স্বাস্থ্যকৰ সুমিষ্ট পানী তোমাৰ সম্মুখতেই আছে। বুজিবা শ্বেতাঙ্গ তোমাৰ ভাই—দেখিবা আমেৰিকা তোমাৰ স্বদেশ! আঁতৰলৈ যাবৰ প্ৰয়োজন নাই! শ্বেতাঙ্গ প্ৰতিবাসীৰ লগত ভাব বিনিময় আৰু কাৰ্য্য বিনিময় কৰা; যি দেশৰে লোণ খাইছাঁ, সেই দেশৰ বায়ুৰে নিশ্বাস গ্ৰহণ কৰা, দেখিবা, অতি সোনকালেই তোমালোক এটা হৃষ্টপুষ্ট আৰু চৰিত্ৰবান জাতি গঠিত হব পাৰিবা। কৃষিত মন দিয়া, শিল্পত মন দিয়া, দেশ এৰি বিদেশলৈ যাবৰ একো আৱশ্যক নকৰে। য'তে আছা বাল্টি পেলোৱা, য'তে আছা ত'তে, সকলো কামতে মনপুতি লাগি যোৱা।

দক্ষিণ অঞ্চলৰ চাহাবসকলৰ দোষ আছে স্বীকাৰ কৰোঁ।

কিন্তু এই অঞ্চলত ব্যৱসায় হিচাবে নিগ্ৰোৱে একো অসুবিধা ভোগ কৰা নাই। বৰঞ্চ আৰ্থিক উন্নতিৰ নানা সুবিধা তোমালোকে এই অঞ্চলতে ভোগ কৰিছা। এই সুযোগৰ কথা তোমালোকে কেতিয়াও পাহৰিব নোৱাৰা।

আমি স্বাধীন হোৱাৰ বেচি দিন হোৱা নাই। আন আন স্বাধীন জাতিৰ যি অৱস্থা আমাৰো সেয়ে অৱস্থা। আন স্বাধীন জাতিৰ দৰেই নিগ্ৰোৱেও পৰিশ্ৰম স্বীকাৰ কৰা উচিত। আমালোকে নিজৰ পেটৰ ভাত নিজ হাতে মোকলাই খোৱা উচিত। সেই কামৰ নিমিত্তে পৰিশ্ৰম কৰা উচিত।

গোলামী যুগত পৰিশ্ৰম কৰিছিলোঁ, এতিয়া স্বাধীন যুগত কৰিম কিয়? —এনে কথা কোনো চিন্তাশীল মানুহেই নকয়। কিয়নো স্বাধীনতাৰ অৰ্থ, পৰিশ্ৰমৰ পৰা মুক্তি-লাভ নহয়। স্বাধীনতাৰ যুগতো নিজ হাতে খাটি পেটৰ সংস্থান কৰিব লাগে, কপালৰ ঘাম মাটিত পেলাব লাগে।

আমাৰ নিগ্ৰো ভাইসকলে এই কথা সদায় মনত ৰখা উচিত। স্বাধীন হৈছোঁ বুলি বিলাসৰ সুযোগ পাইছোঁ—এনে কথা যেন তেওঁলোকে কেতিয়াও নেভাবে। বৰং এতিয়াৰে পৰা আমালোকে কঠোৰ সংযমত ব্ৰতী হব লগীয়াত পৰিছে। চৌখিন আৰু চক্-চকীয়া বস্তুৰ প্ৰলোভন এৰি, স্থায়ী আৰু কাৰ্য্যোপযোগী বস্তুৰ আদৰ কৰিব লগাত পৰিছে। অলঙ্কাৰ আৰু চৌখিন সাজপাৰৰ আকাঙ্খা এৰি সাধাৰণ আৰু সৰল জীৱনৰ অৰ্থে কঠোৰ পৰিশ্ৰম কৰিব লগীয়াত পৰিছে।

সকলো স্বাধীন জাতিয়েই বিবেচনা কৰা যে, কবিতা ৰচনাৰ যি কৃতিত্ব, খেতি-বাতিতো সেই কৃতিত্ব। যি সকলে কোনো এক সমাজক ধনে সম্পদে উন্নত কৰিছে, তেওঁলোকৰ সম্মান কবিতকৈ কোনো গুণেই কম নহয়। আমিও এই ধনসম্পদ বৃদ্ধিৰ কাৰণে মনোযোগী হোৱা উচিত। গুৰিৰ কথা পাহৰি গ'লে উন্নতিৰ

ওখ খাপবোৰ উঠিব নোৱাৰিম। অনাহকতে হাত সাবটি বহি থাকি সুযোগবোৰ পাৰ হৈ যাবলৈ এৰি দিয়া অনুচিত।

মই মোৰ চাহাব ভাই সকলৰ প্ৰতিও দু-আষাৰমান কব খোজোঁ। আপোনালোকো য'তে আছে, ঠিক তাতেই বাল্টি পেলাওক—আপোনালোকৰো অভাব মোচন হব। কাম কৰিবৰ নিমিত্তে বিদেশৰ পৰা মানুহ আনিবৰ একো আৱশ্যক নাই। স্বদেশৰ নিগ্ৰোসমাজৰ মাজতেই বাল্টি পেলাওক—আমেৰিকাৰ নিগ্ৰো-জাতিৰ লগত সকলো বিষয়তে মিলাপ্ৰীতি হৈ কাম কৰক—দেখিব আমেৰিকা জননী দুদিনতে প্ৰবল পৰাক্ৰান্ত হৈ উঠিব।

এই নিগ্ৰোও আপোনালোকৰে ভাই। তেওঁলোক আপোনা-লোকৰ সুখ-দুখৰ লগৰীয়া। আপোনালোক তেওঁলোকৰ প্ৰতি ঋণী নহয়নে? নিগ্ৰোজাতিৰ স্বভাব-চৰিত্ৰৰ কথা আপোনালোকে নজনাকৈ থকা নাই। তেওঁলোকৰ চৰিত্ৰ আৰু প্ৰভুভক্তিৰ আপোনালোকে যথেষ্ট পৰিচয় পাইছে। বিশেষ কি এই ক'লা সমাজেই আপোনালোকৰ আৰ্থিক উন্নতিৰ প্ৰধান অবলম্বন। তেওঁ-লোকেই অঁকৰাৰ দৰে ইমান দিন আপোনালোকৰ খেতিবাতি কৰি দিছে। তেওঁলোকে কেতিয়াও ধৰ্ম্মঘট কৰা নাই! আপোনা-লোকক ঠেকত পেলাই তেওঁলোকে নিজৰ বানচ বা আন অধিকাৰ বঢ়াবৰ নিমিত্তে চেষ্টা কৰা নাই। তেওঁলোকে বিনা বাক্যব্যয়ে আপোনালোকৰ হাবি চাফা কৰিছে, ৰেলৰ আলি বান্ধিছে, চহৰ-তৈয়াৰ কৰিছে। নিগ্ৰো কুলীয়েই মাটিৰ তলৰ পৰা আপোনা-লোকৰ নিমিত্তে ধাতু-বস্তু খানি উলিয়াইছে। তেওঁলোকৰ সাহায্যতে আমেৰিকাৰ দক্ষিণ-অঞ্চলৰ মানুহবিলাকৰ সুখ-সম্পদ বৃদ্ধি হৈছে।

আপোনালোকে এনে এটা দুখকাৰী আৰু শান্ত জাতিৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ নকৰিবনে? আপোনালোকে, আপোনালোকৰ পাৰিবাৰিক, সামাজিক আৰু আৰ্থিক উন্নতিৰ গৌৰবৰ স্থল নিগ্ৰো-

জাতিক কি দলিয়াই পেলাব পাৰিব? মই প্ৰাৰ্থনা কৰোঁ,—হে শ্বেতাঙ্গ সমাজৰ নেতা সকল, আপোনালোকে এই ক'লা-জাতিৰ মাজতে আপোনালোকৰ বাল্‌টি পেলাওক। প্ৰতি কাৰ্য্যতে তেওঁলোকৰ সহযোগিতা গ্ৰহণ কৰক। আপোনালোকে যে ঠিক বাটেই বাট বুলিছে, এই বিৰাট প্ৰদৰ্শনীয়েই তাৰ সাক্ষী। এই বিৰাট সম্মিলনত মই যে বক্তৃতা দিবৰ সুযোগ পাইছোঁ, এয়েই তাৰ সাক্ষ্য। আপোনালোকে নিগ্ৰো সমাজক যথাৰ্থই সন্মান কৰিছে।

আপোনালোকে এতিয়া আমাৰ স্বজাতিক উন্নতিৰ নতুন নতুন পথত চলিবলৈ দিয়ক। তেওঁলোকৰ উচ্চ-শিক্ষাৰ ব্যৱস্থা কৰক, তেওঁলোকৰ হৃদয়ৰ উৎকৰ্ষ সাধনত তৎপৰ হওক। তেওঁলোকক কৃষি, শিল্প, কলা, সাহিত্য, চিত্ৰ আদি সভ্যতাৰ বিবিধ বিভাগত প্ৰতিষ্ঠিত হবৰ সুবিধা দিয়ক। দেখিব,—দেশৰ মাটি সাৰুৱা হৈয়েই থাকিব,—প্ৰকৃতিয়ে ফলেফুলে পৰিপূৰ্ণ হৈ আপোনালোকৰ আনন্দ বৰ্দ্ধন কৰিব। আমেৰিকাৰ গাওঁবিলাক ফুলনিত পৰিণত হব—নগৰবিলাকে নিজৰ বুকুত নতুন নতুন কলকাৰখানা ধাৰণ কৰি আপোনালোকৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিব। আৰু জানিব, যেতিয়া প্ৰয়োজন হব, নিগ্ৰোৱে আপোনালোকৰ স্বাধীনতা ৰক্ষাৰ কাৰণে শেষ বিন্দু পৰ্য্যন্ত বুকুৰ তেজ দিব। এনে ধৰণৰ বিশ্বাসী আৰু প্ৰভুভক্ত জাতি আপোনালোকে বিদেশৰ পৰা কেতিয়াও আমদানি কৰি আনিব নোৱাৰিব। আপোনালোক য'তে আছে, ত'তে বাল্‌টি পেলাওক।

আপোনালোকে পুৰণি কথা মনত পেলাওক। সেই গোলামী যুগৰ শেষ অৱস্থা, সেই দুই অঞ্চলৰ যুদ্ধৰ কথা মনত পেলাওক। সেই যুগত আমি আপোনালোকৰ সতি-সন্ততিবিলাকক পালন কৰিছিলোঁ, বুঢ়া পিতামাতাক সেৱা কৰিছিলোঁ, আপোনালোকৰ সুখ-সম্পদতো আমিও সুখ-দুখ অনুভৱ কৰিছিলোঁ। আপোনালোকৰ

বিছনাৰ ওচৰত বহি কিমান দিন অনাহাৰত ৰাতি উজাগৰে আছিলোঁ, আপোনালোকৰ অভিভাবকৰ মৃত্যুত চকুৰ পানী টুকিছিলোঁ। মুঠ কথা, আমি আমাৰ বুকুৰ তেজ দি আপোনালোকক মানুহ কৰিছিলোঁ। নতুন কোন জাতি আছি আপোনালোকক সেইদৰে সেৱা-শুশ্রূষা কৰিব?

ইমান দিন আমি যি কৰি আহিছিলোঁ, আগলৈকো তাকে কৰিম। আমি আপোনালোকৰ ধৰ্ম্ম, সমাজ, শিল্প, শিক্ষা, ৰাজনীতি প্ৰভৃতি সকলো কৰ্ম্মক্ষেত্ৰতে আপোনালোকৰ সহযোগী আৰু সৰু ভাইটি হৈ থাকিম। আমি আপোনালোকৰ স্বাৰ্থকে নিজ স্বাৰ্থ বুলি বিবেচনা কৰি সকলো বিষয়তে একে পৰিয়ালৰ দৰে জীৱন কটাম। আৱশ্যক হলে এই ৮০ লক্ষ নিগ্ৰোৱে প্ৰাণদান দি আপোনালোকৰ গৌৰৱ ৰক্ষা কৰিব। জানি ৰাখক, প্ৰত্যেক নিগ্ৰোৰ জীৱন সমগ্ৰ যুক্তৰাজ্যৰ স্বাধীনতাৰ নিমিত্তে উৎসৰ্গীকৃত হৈ আছে।

আপোনালোকে জানিব, ক'লা আৰু বগাৰ সামাজিক লেনদেন আৰু খোৱা-পিন্ধাত পাঁচ-আঙ্গুলিৰ দৰে স্বতন্ত্ৰ হলেও, যুক্তৰাজ্যৰ জাতীয় মঙ্গলৰ কাৰণে এই দুই সমাজ বাহুৰ দৰে এক পৰস্পৰ সাপেক্ষ। দুয়োৰে স্বাৰ্থ সম্পূৰ্ণ এক। আমেৰিকাবাসীয়ে এক অঙ্গ এৰি আন অঙ্গৰ কেতিয়াও পুষ্টি সাধন কৰিব নোৱাৰে। আমাৰ প্ৰত্যেকৰ সম্মান আৰু স্বাধীনতা আপোনালোকৰ সম্মান আৰু স্বাধীনতাৰ ওপৰত নিৰ্ভৰ কৰিছে। আপোনালোকে নিগ্ৰোক হেঁচি পঙ্গু কৰি ৰাখিবৰ চেষ্টা কৰিলে, সঁচাকৈয়ে নিজে নিজেই পঙ্গু হব। তাকে নকৰি আপোনালোকে নিগ্ৰোক মানুহ হবলৈ সকলো ৰকমে সাহায্য কৰক। এই কামত আপোনালোকৰ যথেষ্ট পৰিশ্ৰম হব পাৰে, যথেষ্ট অৰ্থ আৰু সময় ব্যয় হব পাৰে, যথেষ্ট ক্ষতি হব পাৰে, কিন্তু অতি অলপ দিনৰ ভিতৰতে ইয়াৰ সুদেমূলে লাভ ভোগ কৰিব পাৰিব। আপোনালোকৰ চেষ্টাই

অতি সোনকালেই সুফল প্ৰসব কৰিব, আৰু লগে লগে যুক্তৰাজ্যও ধন্য হব।

যদি আপোনালোকে নিগ্ৰোজাতিক তুলিবলৈ চেষ্টা কৰে, তেনে অনতিদূৰ ভবিষ্যতে ৮০ লক্ষ নতুন কণ্ঠৰ পৰা আমেৰিকাৰ যশোগান উত্থিত হব,—৮০ লক্ষ নতুন কণ্ঠই জননী জন্ম-ভূমিৰ বন্দনা গীত গাব। কিন্তু যদি আপোনালোকে স্বাৰ্থত্যাগ কৰি এই অবনত সমাজক তুলিবলৈ চেষ্টা নকৰে, এই ৮০ লক্ষ কণ্ঠই আপোনালোকৰ বিৰুদ্ধে দেশময় নিন্দা ৰটাব। আজি যদি আপোনালোকে নিগ্ৰো-জাতিৰ বাহুবল সংৰক্ষিত কৰিবলৈ প্ৰয়াসী হয়, অনতিদূৰ ভবিষ্যতে দেখিব ১৬০ লক্ষ নতুন হাতে আপোনালোকৰ মাতৃভূমিৰ বোজা তুলি ধৰি আপোনালোকৰ বাহুৰ বোজা পাতল কৰিব। আৰু যদি আপোনালোকে তেওঁলোকৰ বাহুবলৰ পুষ্টিসাধন কৰিবলৈ চেষ্টা নকৰে, তেনেহলে দেখিব, আপোনালোকৰ বিপদ-কালত ১৬০ লক্ষ হাতে আপোনালোকক পিচলৈ টানিব। হয় আমি যুক্তৰাজ্যৰ দক্ষিণ-অঞ্চলৰ এক-তৃতীয়াংশ শক্তি, নহয় আমি ইয়াৰ এক-তৃতীয়াংশ দুৰ্ব্বলতা। হয় আমালোকৰ দ্বাৰা এই অঞ্চলৰ কাৰ্য্যক্ষমতা, চৰিত্ৰবত্তা, বুদ্ধিমত্তা অংশ বাঢ়িব, নহয় ইয়াৰ আন অংশ, অপটুত্ব, চৰিত্ৰহীনতা আৰু অজ্ঞতা বাঢ়িব। হয় আমি দক্ষিণ-অঞ্চলৰ আৰ্থিক আৰু ৰাজনৈতিক উন্নতিৰ যন্ত্ৰ স্বৰূপ হম, নহয় আমাৰ প্ৰভাৱত আৰ্থিক আৰু ৰাজনৈতিক অবনতিৰ পিনে দক্ষিণ অঞ্চলত বহুদূৰ নামিব।

তাৰ পিচত প্ৰদৰ্শনীৰ কৰ্ত্তাসকলৰ প্ৰতিও মোৰ নিবেদন এই যে, আমি আপোনালোকৰ এই বিৰাট আয়োজনত আমাৰ ক্ষুদ্ৰ শক্তিৰ পৰিচয় দিবৰ সুযোগ পাইছোঁ। কিন্তু দুখৰ বিষয় এই যে, এই বিৰাট প্ৰদৰ্শনীত আমি একো বেছি দেখুৱাব পৰা নাই। আপোনা-লোকে আমাৰ পৰা ইমান সোনকালেই একো বেচি আশা কৰিব নোৱাৰে।

ত্ৰিশ বছৰ আগেয়ে আমি কিনা গোলাম আছিলোঁ। যেতিয়া স্বাধীনতা পাওঁ, তেতিয়া দুখন কম্বল, দুই চাৰিটা মুৰ্গীৰ পোৱালি আৰু অলপমান শাক-পাছলিয়েই আমাৰ জীৱনৰ সম্বল আছিল। সেয়েই আমাৰ মূলধন। এই নিঃসম্বল অৱস্থা লৈয়েই ত্ৰিশ বছৰৰ ভিতৰত নানা কৰ্ম্মক্ষেত্ৰত থিয় দিব লগাত পৰিছোঁ। কৃষিকৰ্ম্ম, গাড়ী-ঘোঁৰা, ৰেল-জাহাজ, কিতাপপত্ৰ, চিত্ৰকলা, মূৰ্ত্তিগঠন, দোকান-দাৰী, ব্যাঙ্ক প্ৰভৃতি সকলো কামতেই আমি শিশুৰ দৰে কাম আৰম্ভ কৰিব লগাত পৰিছোঁ। বিনা মূলধনত, বিনা অভিজ্ঞতাতে আমি এইবোৰ কাৰ্য্যত প্ৰবেশ কৰিব লগাত পৰিছোঁ। ত্ৰিশবছৰৰ ভিতৰত কিমানেই বা কাম কৰিব পাৰি ? তথাপিও যে, এই বিৰাট-কাণ্ডৰ এচুকত আমি আমাৰ ক্ষুদ্ৰ-সভ্যতাৰ নিদৰ্শনবোৰ আপোনালোকক দেখুৱাব পাৰিছোঁ, এইটোৱেই বৰ বিস্ময়ৰ কথা।

এই চলতে মই চাহাবসকলকো মোৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰাৰ আৱশ্যক বিবেচনা কৰিছোঁ। দক্ষিণ-অঞ্চলৰ চাহাবসকলৰ পৰা যোৱা ত্ৰিশবছৰত আমি অশেষভাবে সাহায্য আৰু পৰামৰ্শ পাইছোঁ। উত্তৰ অঞ্চলৰ ধনী মহাত্মা সকলেও আমাক ধন দি সাহায্য কৰিছে। আজি যে আমি আপোলোকৰ আগত থিয় দিব পাৰিছোঁ, সেই শ্বেতাঙ্গ সমাজৰ ওচৰত আমি গোটেই নিগ্ৰোসমাজ ধৰুৱা। আপোনালোকৰ সাহায্য নোপোৱা হলে, ইমান কম দিনৰ ভিতৰতে নিগ্ৰো জাতিয়ে ইমান উন্নতি দেখুৱাব নোৱাৰিলেহেঁতেন।

মই আকৌ দক্ষিণ-অঞ্চলৰ চাহাব নেতা সকলক কওঁ,—এই প্ৰদৰ্শনী আৰু সম্মিলনৰ দৰে শুভ মিলন এই দুই সমাজৰ মাজত কেতিয়াও হোৱা নাছিল। এনেদৰে প্ৰীতিৰ বান্ধোনত এই দুই সমাজ বান্ধ খোৱা নাছিল। এই মিলন-মন্দিৰত থিয় হৈ ভগবানক কৰযোৰে প্ৰাৰ্থনা কৰোঁ, যেন অতীতৰ দৰে ভবিষ্যতো শ্বেতাঙ্গই কৃষ্ণাঙ্গক ভাই বুলি ভাবে। আপোনালোকেও ভগবানৰ কৃপাত আমাক বিশ্বাস কৰিব, আমাৰ উন্নতিত আপোনালোকৰ উন্নতি বুলি

ভাবিব, আৰু দুই জাতিৰ মাজত প্ৰীতিৰ বন্ধন কটকটীয়াকৈ বান্ধি যুক্তৰাজ্যত নতুন যুগ প্ৰবৰ্ত্তন কৰিব। সেই চিৰন্তন ভাতৃভাবৰ বৃদ্ধি হলেই এই প্ৰদৰ্শনীৰ সাৰ্থকতা হব।

সাৰশেষত কওঁ,—এইদৰেই জাতি-বিদ্বেষ আৰু পীড়ন আমেৰিকাৰ পৰা লুপ্ত হলেই আৰু জাতিধৰ্ম্ম নিৰ্ব্বিশেষে ন্যায্য বিচাৰৰ প্ৰবৰ্ত্তন আৰু ৰাজনৈতিক ক্ষমতাৰ বিভাগৰ সুব্যৱস্থা কৰিলেই আমেৰিকাত নতুন যুগ প্ৰবৰ্ত্তিত হব। সেই নৱজীবনৰ আবিৰ্ভাবতেই আজিৰ এই কৃষি, শিল্প, চিত্ৰ, কলা, আৰু ব্যৱসায়ৰ প্ৰদৰ্শনীয়ে সফলতা লাভ কৰিব। আৰু সেই সফলতাৰ লগে লগে আমিও ধন্য হম আৰু আমেৰিকাবাসীও ধন্য হব।

---

## পঞ্চদশ অধ্যায়

### বক্তৃতাৰ আলোচনা

মোৰ বক্তৃতা শেষ হোৱা মাত্রেই জর্জ্জিয়াৰ গবর্ণৰ বুলকে লৰালৰিকৈ বেদিৰ ওপৰত উঠি আগ্রহেৰে মোৰ হাত জোকাৰিলে। এইদৰেই অসংখ্য মানুহেই মোৰ সুখ্যাতি কৰিবলৈ ধৰিলে। গোটেই সভাস্থল মোৰ জয়ধ্বনিত প্রতিধ্বনিত হল।

মই আটলাণ্টাৰ পৰা টাস্কেগীলৈ ঘূৰি আহিলোঁ। বাটত মোক দেখি মানুহবিলাকে অভিবাদন কৰিবলৈ ধৰিলে। ক্রমান্বয়ে তিনি-মাহমান গোটেই যুক্তৰাজ্যতে কাকতে-পত্রে মোৰ প্রশংসা চলিবলৈ ধৰিলে।

টাস্কেগীলৈকে মোৰ নিমিত্তে অসংখ্য চিঠি আহিবলৈ ধৰিলে। নানা দলৰ নানা নেতা সকলে মোক ৰাজনৈতিক আন্দোলনৰ বক্তা পাতিব খুজিছিল। এক সম্প্রদায়ৰ নেতা এজনে মোলৈ লিখিছিল— "আপুনি যদি আমাৰ নিমিত্তে ঠায়ে ঠায়ে বক্তৃতা কৰাৰ ভাৰ লয়, তেনেহলে আপোনাক আমি এককালীন ১৫০,০০০৲ টকা দিবলৈ প্রস্তুত আছোঁ। নহলে প্রতি ৰাতিৰ কাৰণে আপোনাক ৬০০৲ টকাকৈ পাৰিশ্রমিক দিবলৈকো সাজু আছোঁ।" মই এনে ধৰণৰ সম্প্রদায়বোৰক অতি নম্রভাবে উত্তৰ দিছিলোঁ—"টাস্কেগীৰ স্কুলৰ নিমিত্তেই মই মোৰ গোটেই জীৱন উৎসর্গ কৰিছোঁ। গতিকে আপোনাৰ অনুৰোধ ৰক্ষা কৰিবলৈ সম্পূর্ণ অক্ষম। বিশেষকৈ বক্তৃতা কৰা মোৰ জীৱনৰ ব্যৱসায় নহয়। আশা কৰোঁ আপুনি মোক ক্ষমা কৰিব।" এই সময়ত মাননীয় ক্লীভলেণ্ড যুক্তৰাজ্যৰ শাসনকর্ত্তা আছিল। মই তেওঁলৈ মোৰ অভিভাষণৰ নকল এটা

পঠালোঁ। তেওঁ তাৰ উত্তৰ দিলে—“আপোনাৰ অভিভাষণ অতি আগ্রহেৰে পঢ়িলোঁ। আটলাণ্টা প্রদর্শনীত আন একো কাম নকৰি, কেৱল আপোনাৰ বক্তৃতাৰ কাৰণেই সম্মিলন পতা হলেও, সেই অনুষ্ঠানৰ একো অঙ্গ হানি নহলহেঁতেন। আপোনাৰ বক্তৃতাত ক'লা-বগা দুয়ো সমাজৰে যথেষ্ট উপকাৰ হব।”

ইয়াৰ কিছুদিনৰ পিচতে ক্লীভলেণ্ড প্রদর্শনী চাবলৈ আহিছিল। সেই সময়ত মই তেওঁৰ লগত দেখা কৰিছিলোঁ। মোৰ অনুৰোধত তেওঁ নিগ্রোবিভাগৰ বস্তুবোৰ অতি আগ্রহেৰে চাইছিল। এই সুবিধাতে মতা-মাইকী অনেক নিগ্রোৱে তেওঁৰ লগত হাত জোকাৰি নিজকে কৃতার্থ মানিছিল। অনেকে তেওঁৰ নিজ হাতৰ চহী ৰাখিবলৈ বৰ আগ্রহ কৰিছিল। তেওঁ অতি আগ্রহেৰে বহীত বা কাগজত নিজৰ নাম লিখি লিখি দিছিল। ইয়াৰ পিচতো কেইবাবাৰো মই তেওঁৰ লগত দেখা-শুনা কৰিছিলোঁ; কিন্তু যিমানেই তেওঁৰ কাষ চাপিছিলোঁ, তিমানেই মই তেওঁৰ গুণত মুগ্ধ হৈছিলোঁ।

মোৰ স্বজাতি ভাইসকলে প্রথমতে মোৰ বক্তৃতাৰ বৰ সুখ্যাতি কৰিছিল। লাহে লাহে তেওঁলোকৰ সেই মত বদলি হল। তেওঁ-লোকৰ মনেৰে মই চাহাবসকলৰ প্রশংসা বেছি কৰিলোঁ, আৰু লগে লগে মই আমাৰ জাতিৰ অধিকাৰ আৰু দাবীৰ কথা জোৰেৰে প্রচাৰ নকৰিলোঁ। তেওঁলোকৰ মতে মই নিগ্রোজাতিৰ প্রতি কর্ত্তব্য পালনত ক্রুটি কৰিলোঁ। এই ভাব তেওঁলোকৰ মনত দকৈ সোমাবলৈ ধৰিলে। লাহে লাহে তেওঁলোকে মোক কাগজে-পত্রই নিন্দা কৰিবলৈ ধৰিলে। মই ভীৰু আৰু দায়িত্বহীন, গতিকে সুবিধা পায়ো মই নিগ্রোজাতিৰ কাম উদ্ধাৰ কৰিব নোৱাৰিলোঁ। নিগ্রোসমাজত মোৰ বদনাম ফাটি ফুটি পৰিল।

এই কথাৰ লগতে মোৰ আৰু এটা কথা মনত পৰিছে। এই বক্তৃতা দিয়াৰ প্রায় পাঁচবছৰমান আগতে এজন সম্পাদকৰ অনুৰোধত মই আমাৰ স্বজাতীয় ধর্মগুৰুসকলৰ নৈতিক চৰিত্র সম্বন্ধে

এটা প্ৰবন্ধ লিখিছিলোঁ। সেই প্ৰবন্ধত মোৰ অভিজ্ঞতাৰ পৰা অনেক সঁচা কথা লিখিছিলোঁ দেখি নিগ্ৰো ভাইসকলে বৰ বেয়া পাইছিল। ধৰ্ম্মগুৰু-সকলৰো মোৰ প্ৰতি বৰ খং উঠিল। তেওঁলোকে আমাৰ স্কুল ভাঙিবৰ নিমিত্তে চেষ্টা কৰিবলৈ ধৰিলে। আন কি তেওঁলোকে এজন গুপ্তচৰো নিযুক্ত কৰিলে। তেওঁ আমাৰ স্কুলৰ ল'ৰাবোৰ ভণ্ডাবৰ নিমিত্তে প্ৰাণপণে চেষ্টা কৰিবলৈ ধৰিলে। অনেক বাতৰি কাকতেও মোৰ বিৰুদ্ধে এই আন্দোলনত যোগ দিলে। কোনো কোনোৱে মোৰ পৰা কৈফিয়তো খুজিলে।

মই কাকো একো উত্তৰ নিদি মনে মনে থাকিলোঁ। মই সেই বিলাক কথাৰ উত্তৰ দিবলৈ বা প্ৰতিবাদ কৰিবলৈ একো যত্ন নকৰিলোঁ। কিয়নো মই মোৰ কৰ্ত্তব্য কৰিছোঁ। যথাসময়ত মোৰ কৈফিয়ৎ মানুহে আপোনাআপুনি বুজিব। মই আত্মৰক্ষা কৰিবলৈ যত্ন কৰাৰ একো আৱশ্যকতা নুবুজিলোঁ।

ভগবানৰ ইচ্ছা—সঁচাকৈয়ে সেয়ে ঘটিল। মোৰ মতকেই মানুহ-বিলাকে লাহে লাহে মানি ললে। দুদিন নৌ যাওঁতেই নানা ঠাইৰ পৰা ধৰ্ম্মগুৰু-সকলৰ চৰিত্ৰ সম্পৰ্কে নানা আপত্তি আহিবলৈ ধৰিলে। কালপ্ৰভাৱত মোৰ কথাৰে জয় হ'ল।

এতিয়া আটলাণ্টা অভিভাষণৰ বিষয়েও সেই একে কথাই খাটিল। মই মোৰ বক্তৃতাৰ প্ৰতিকূল-সমালোচনাত অকণো বিচলিত নহলোঁ। সংবাদপত্ৰতো মই নিজৰ মত খোলোচা কৰি প্ৰচাৰ কৰিবৰো একো আৱশ্যকতা বোধ নকৰিলোঁ।

ইয়াৰ কিছুদিনৰ পিচত হপ্‌কিন্স-বিশ্ববিদ্যালয়ৰ সভাপতি শ্ৰীযুত গিলমেন চাহাবে মোলৈ এখন চিঠি লিখিলে—"ডাঙৰীয়া, আটলাণ্টা প্ৰদৰ্শনীৰ পুৰস্কাৰ-নিৰ্ব্বাচন কাৰ্য্যত আপোনাক এজন পৰীক্ষক নিযুক্ত কৰা হৈছে। আপুনি শিক্ষাবিভাগৰ প্ৰদৰ্শিত বস্তুবোৰ পৰীক্ষা কৰি দিব লাগিব। যদি আপোনাৰ সময় হয়, অনুগ্ৰহ কৰি টেলিগ্ৰাফত উত্তৰ দিব।"

মই সেই নিমন্ত্ৰণ গ্ৰহণ কৰিলোঁ। বগা আৰু কলা দুয়োবিধৰ স্কুলৰ লৰাৰ কাম মই চাব লগাত পৰিলোঁ। সেই কমিটিত কেইবা-জনো চাহাব সভ্য আছিল। তাৰ ভিতৰত নামজ্বলা বৈজ্ঞানিক-শিক্ষাতত্ত্বজ্ঞ পণ্ডিত আৰু বিশ্ববিদ্যালয়ৰ অধ্যাপক সকলো আছিল। মই তেওঁলোকৰ লগত একেলগে কাম কৰিব লগাত পৰিছিলোঁ। সেই পণ্ডিতসকলৰ লগত একেলগে কাম কৰি মই সঁচাকৈয়ে বৰ আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছিলোঁ। কাম শেষ হোৱাত মই অতি বেজাৰেৰেহে তেওঁলোকক এৰি আহিলোঁ।

মই বিচক্ষণ ব্যৱসায়ীসকলৰ সভাত বক্তৃতা দিবলৈ পালে বৰ সুখী হওঁ। বোষ্টন, নিউয়ৰ্ক, চিকাগো, বাকেলো আদি নগৰৰ সদাগৰসকল অতি বুধিয়ক আৰু কোনো কথা কলেই তেওঁলোকে অতি সহজেই বুজিব পাৰে। তেওঁলোকক বেচি কথা ক'বৰ আৱশ্যক নকৰে। তেওঁলোক অলপ কথাৰ মানুহ। এই মহলত বক্তৃতা কৰি মই বৰ সুখ পাওঁ।

ইয়াৰ পিচতে দক্ষিণ-অঞ্চলৰ মানুহবিলাকৰ আগত বক্তৃতা দিও মই বৰ সুখ পাওঁ। তেওঁলোক বৰ উৎসাহী। সামান্য উত্তেজনা পালেই তেওঁলোকে বক্তাক মূৰত তুলি লব খোজে।

এই হিচাবত মই বিশ্ববিদ্যালয়ৰ ল'ৰাবিলাকক তৃতীয় ঠাই দিওঁ। হাৰ্ভাৰ্ড, ইয়েল, মিচিগান, পেন্‌চেলভেনিয়া প্ৰভৃতি আমেৰিকাৰ ডাঙৰ বিশ্ববিদ্যালয়ৰ ল'ৰা আৰু অধ্যাপক সকলৰ আগতো মই কেইবাবাৰো বক্তৃতা দিছোঁ। লৰাইঁতৰ আগত বক্তৃতা দি মই বেচি সুখ নাপাওঁ। মই কামৰ মানুহ পালে সুখী হওঁ।

এবাৰ বজাৰত গুজৱ উঠিছিল যে, নিগ্ৰো তিৰোতাবিলাকৰ শতকৰা ১০ জনীও সতী হয়নে নহয় সন্দেহ। এনে মিছা অপবাদ প্ৰচাৰ কৰা বাস্তবিকে বৰ অন্যায়। কোনো সমাজ সম্বন্ধেই চৰিত্ৰ-বিষয়ক মত প্ৰচাৰ কৰা বৰ টান কাম। মই যদি নিউয়ৰ্ক নগৰৰ জঘন্য ঠাইবোৰৰ লোকসংখ্যা গণনা কৰি প্ৰমাণো কৰোঁ যে, বগা

সমাজত ভাল চৰিত্ৰৰ তিৰোতা এজনীও নাই, তেনেহলে মোৰ পক্ষে দায়িত্বহীন মত প্ৰচাৰ কৰা নহব নে ?

আমেৰিকাৰ লগত স্পেনৰ যুদ্ধ শেষ হোৱাৰ পিচতে যুক্তৰাজ্যৰ নানা ঠাইত শান্তি-উৎসৱ পতা হৈছিল। চিকাগো-বিশ্ববিদ্যালয়ৰ সভাপতিয়ে মোক এনে এটা উৎসৱত বক্তৃতা কৰিবলৈ মাতিছিল। ১৬ অক্টোবৰ দেওবাৰে সন্ধিয়া সভা বহে। ইমান ডাঙৰ সভাত মই আগেয়ে কেতিয়াও বক্তৃতা কৰা নাছিলোঁ। সেই সভাত ১৬০০০ হেজাৰ মানুহ উপস্থিত আছিল।

সেই সভাত আমেৰিকাৰ সভাপতি উইলিয়াম মেক্‌কিনলীও উপস্থিত আছিল। মই তেওঁক ধন্যবাদ দিবলৈ গৈ কৈছিলোঁ ঃ—

"আপোনাৰ উদাৰতাৰ কাৰণেই নিগ্ৰোজাতিয়ে স্বদেশৰ কাৰণে যুদ্ধ কৰিবৰ সুযোগ পাইছে। আমেৰিকাৰ কলা সন্তানবিলাকে বগা ভাইহঁতৰ কাষে কাষে থাকি শত্ৰুৰ বিৰুদ্ধে যুদ্ধ কৰিবৰ সুবিধা পাইছিল। এই সুবিধাৰ নিমিত্তে আমি সকলো আপোনাৰ ওচৰত কৃতজ্ঞ।" মই এই কথা কোৱা মাত্ৰেই গোটেই সভা কঁপাই সভাপতি মহাশয়ৰ জয়ধ্বনি হবলৈ ধৰিলে। তেতিয়া কিনলী ডাঙৰীয়া থিয় দি সভাক অভিবাদন কৰিব খোজোঁতেই আকৌ গভীৰ জয়ধ্বনি আৰম্ভ হ'ল।

সভা-সমিতিত বক্তৃতা কৰিবলৈ গলেই প্ৰায়েই বিপদত পৰিব লগীয়া হয় ; এনে কাৰ্য্যত কিছুমান হুজুগপ্ৰিয় আন্দোলনকাৰীৰ হাত এৰোৱা বৰ কঠিন। তেওঁলোকে ৰাতিটোতে যেই সেই মানুহকে ডাঙৰ কৰিব পৰা মত প্ৰচাৰ কৰি ফুৰে। বিনা পৰিশ্ৰমতে নিগ্ৰোজাতিক উদ্ধাৰ কৰিব পৰা বুলি ওলাইছে বুলি হাটে বজাৰে জাহিৰ কৰি ফুৰে। তেওঁলোক ধৈৰ্য্য, সহিষ্ণুতা প্ৰভৃতি গুণৰ পক্ষপাতী নহয়। তেওঁলোকে অনেক সময়ত তৰ্কৰ খাটিৰতে তৰ্ক কৰে। তৰ্কযুদ্ধত হাৰিলেও তেওঁলোকে হাৰ নেমানে। এনে ধৰণৰ তাৰ্কিকক মই দূৰৰে পৰা নমস্কাৰ কৰোঁ। তথাপিও এনে

মানুহৰ হাতত পৰি মই অনেকবাৰ মিছা তৰ্কতে সময় আৰু শক্তি নষ্ট কৰিব লগাত পৰিছিলোঁ।

আৰু এজাত মানুহ আছে, তেওঁলোকে ডাঙৰ মানুহৰ পিচে পিচে ঘূৰি আমোদ পায়। তেওঁলোক এক প্ৰকাৰ উৎপাতস্বৰূপ। নিজৰ একো কাম-কাজ নাই, কেৱল লোকৰ সময় নষ্ট কৰাই তেওঁলোকৰ ধৰ্ম্ম। এদিন বোষ্টন নগৰত সন্ধ্যাসময়ত এখন ডাঙৰ সভাত বক্তৃতা কৰিছিলোঁ। পিচদিনা অতি পুৱাতেই এখন কাৰ্ড আহি উপস্থিত। লই লৰালৰিকৈ উঠি বৈঠকখানাতে ভদ্ৰলোকৰ লগত দেখা কৰিবলৈ গলোঁ। গৈয়েই দেখোঁ, তেওঁ আগৰে পৰা বহি আছে। তেওঁ কলে, "কালি ৰাতি আপুনি বেচ ভাল কথা কৈছিল। মোৰ শুনি ভাল লাগিছিল। আজিও দু-আষাৰমান ভাল কথা শুনিম বুলি পুৱাই আহিছোঁ।"

মোৰ বন্ধু সকলে অনেক সময়ত মোক সোধে,—"ৱাচিংটন, তুমি ইমান সময় ক'ত পোৱা? সদায় তোমাক বাহিৰতে ঘূৰা দেখোঁ; অথচ টাস্কেগী স্কুলৰ কামো ভালকৈয়ে চলিছে। তুমি ইমানবোৰ কাম কৰিবলৈ সময় কেতিয়া পোৱা?"

এনেবোৰ প্ৰশ্নৰ উত্তৰ মই অতি সাধাৰণ ভাবেই দি থাকোঁ —"দেখা ভাই, এটা কথা; মানুহে সাধাৰণতে কয় 'যি কাম নিজে কৰিব পাৰা, সেই কাম আনক কৰিবলৈ নিদিবা।' মই হলে এই কথা মানিব নোখোজোঁ। মই এটা নতুন নিয়ম কৰিছোঁ। মোৰ মত এই যে, আনে যি কাম ভালকৈ কৰিব পাৰে সেই কামৰ নিমিত্তে তুমি মূৰ ঘমাই নমৰিবা। তুমি নিশ্চিন্তে আন কাম কৰি থাকা। এই নিয়ম অনুসাৰে চলিব পাৰিছোঁ দেখিয়েই টাস্কেগীৰ কামো চলিছে, ইপিনে বাহিৰা কাম কৰিবলৈকো যথেষ্ট সময় পাওঁ।"

টাস্কেগীৰ কাম আজিকালি খুব ভাল বন্দোবস্তৰ ওপৰতে চলিছে। ইয়াৰ পৰিচালনাৰ কাম আজিকালি অতি সুন্দৰ আৰু

শৃঙ্খলাবদ্ধ। কোনো এজন মানুহৰ অভাব হলে, একো হানি নহয়। কোনো এজন মানুহ সদায় লাগি নেথাকিলেও চলে। বৰ্ত্তমানে আমাৰ কৰ্ম্মচাৰীৰ সংখ্যা ৮৬ জন। শ্ৰম-বিভাগ আৰু দায়িত্ব-বিভাগ ইমান সুন্দৰ হৈছে যে সকলো কাম কলৰ দৰে চলে। বেচি ভাগ শিক্ষক আৰু কৰ্ম্মচাৰীয়ে অনেক দিনৰ পৰা এই কাম কৰি আহিছে। মোৰ দৰে তেওঁলোকেও স্কুলৰ দায়িত্ব বুজে আৰু সেই দৰেই কাম কৰে। তেওঁলোকে স্কুলৰ কাম নিজৰ ঘৰৰ কাম বুলি ভাবে।

মই পৃথিবীৰ যি ঠাইতে থাকোঁ, দিনে দিনে মই টাস্কেগীৰ বাতৰি পাওঁ। মই এই কাৰণে দৈনিক হিচাব ৰাখিবৰ কাৰণে এটা নতুন নিয়ম বাহিৰ কৰিছোঁ। এই কাৰ্য্য-তালিকা আৰু হিচাব বহি চাই, মই প্ৰতিদিনৰ আয়, ব্যয়, ছাত্ৰ-সংখ্যা, কাৰখানাৰ অৱস্থা, খেতিৰ আমদানি, ৰপ্তানি, দেনা-পাওনা, শিক্ষক আৰু ছাত্ৰৰ সম্বন্ধ প্ৰভৃতি সকলো বিষয়কে অতি সহজেই বুজি লওঁ। আন কি কোনো ল'ৰাই কি কাৰণে স্কুলত উপস্থিত থাকিব পৰা নাই, সেই কথাও এই কাৰ্য্য-তালিকাৰ পৰা জানিব পাৰোঁ। বিশেষ কি, আণ্ডাৰ মাংস কেঁচাই আছে নে পুৰি গৈছে, শাক-পাছলি বজাৰৰ পৰা অনা হৈছে নে নিজৰ বাৰীৰে পৰা আনিছে, সেই কথাও মই ৪০০০ হেজাৰ মাইল আঁতৰত থাকিও কব পাৰোঁ।

মই প্ৰতিদিনেই দৈনিক কামবোৰ শেষ কৰি পেলাওঁ। সুবিধা হলেই পিচ দিনাৰ কিছু কামো আগ দিনাই কৰি ৰাখোঁ। কিন্তু মই সদায়েই দুৰ্ঘটনাৰ নিমিত্তে প্ৰস্তুত থাকোঁ। সকলো কাম আৰম্ভ কৰাৰ আগতেই মই মনতে ভাবোঁ,—আজি হয়তো ঘৰত জুই লাগিব পাৰে, অথবা কোনো ছাত্ৰৰ কিবা দুৰ্ঘটনা ঘটিব পাৰে, অথবা কোনো সংবাদ-পত্ৰত মোৰ বিৰুদ্ধে কিবা নিন্দা বাহিৰ হব পাৰে। মই প্ৰথমৰ পৰাই এনে দুৰ্ঘটনা, লোকনিন্দা, অপমান, বিফলতা আদিৰ নিমিত্তে বুকু পাতি থাকোঁ। সেই কাৰণেই মোৰ

মূৰৰ ওপৰত ধুমুহা বৈ যায়, মই অকণো বিচলিত নহওঁ। মই গম্ভীৰভাৱে, স্থিৰ চিত্তেৰে সকলো যাতনা, সকলো বেদনা আৰু সকলো গ্লানি সহ্য কৰোঁ। মনক প্ৰশান্ত ৰাখিবৰ কাৰণেই মই আগৰে পৰা বিফলতাৰ কথা ভাবি ৰাখোঁ। গতিকে বিফলতাই মোৰ মন দমাই ৰাখিব নোৱাৰে।

জিৰণি কাক বোলে, মই কব নোৱাৰোঁ। যোৱা ১৯ বছৰৰ ভিতৰত মই এদিনো কামৰ পৰা ছুটী লোৱা নাই। কিন্তু ১৮৯৯ চনত কেইজনমান বন্ধুৱে জোৰ কৰি মোক য়ুৰোপলৈ তিনি মাহৰ কাৰণে পঠাইছিল। তেওঁলোকেই মোৰ সকলো ব্যয় বহন কৰিছিল। এই তিনিমাহ কিন্তু মোৰ সম্পূৰ্ণ ছুটী। তাৰ বাহিৰে মই কেতিয়াও কোনো ৰকমৰ বিশ্ৰাম লোৱা নাছিলোঁ। মই প্ৰত্যেক দিনে সুখেৰে শুবৰ কাৰণে চেষ্টা কৰোঁ; ভালকৈ শুবলৈ পালে, মোৰ কোনো ভাগৰৰ কাৰণ নেথাকে। এতিয়া শৰীৰক মই এনেকৈ বল কৰিছোঁ, যে ২০ মিনিটমান শুবলৈ পালেই মই আকৌ নতুন উদ্যমেৰে কাম আৰম্ভ কৰিব পাৰোঁ।

ৰেলগাড়ীত অহাযোৱা কৰোঁতেই মই যি অলপ পঢ়িবলৈ পাওঁ। তাৰ বাহিৰে কিতাপ পঢ়িবৰ নিমিত্তে মোৰ অকণিও সময় নোলায়। বাতৰি-কাকত পঢ়িবলৈ মই বৰ ভাল পাওঁ। এনে ধৰণৰ কাকত যিমান পাৰোঁ পঢ়োঁ—ভাল বেয়া বিচাৰ নকৰোঁ। অৱশ্যে সভ্যতাৰ খাতিৰতো ডাঙৰ গ্ৰন্থকাৰৰ কিতাপ পঢ়িবলৈ বাধ্য হৈছোঁ। তাকে নকৰিলে ভদ্ৰসমাজত আৰু বন্ধু-মহলত মুখ উলিওৱা বৰ টান হৈ পৰে। কিতাপৰ মাজত জীৱন-চৰিতবোৰ মোৰ বৰ আদৰৰ বস্তু। উপন্যাস বা নাটক মই কেতিয়াও নপঢ়োঁ। মই কোনো কাল্পনিক ঘটনা বা মানুহৰ জীৱনৰ আলোচনা কেতিয়াও ভাল নাপাওঁ। তেজ-মঙহৰ মানুহে সংসাৰত যি কাম কৰিছে, সেইবোৰৰ যথাৰ্থ বিৱৰণ জানিবৰ কাৰণে মই সদায় উৎসুক। মহাপ্ৰাণ সভাপতি আব্ৰাহাম লিঙ্কন সম্বন্ধে আমেৰিকাৰ বাতৰি-কাকত, সমালোচনা-

পত্ৰ, কিতাপ আৰু প্ৰবন্ধবোৰত যি ৰচনা প্ৰকাশ হৈছে, সেইবোৰৰ মই এটা কথাও বাদ দিয়া নাই। সাহিত্য-সংসাৰত তেওঁ মোৰ ধ্ৰুবতাৰা। তেওঁৰ জীৱনী আলোচনা কৰিয়েই মই মোৰ কৰ্ম্মজীৱন পৰিচালনা কৰিছোঁ।

বছৰে প্ৰায় ছমাহ মই টাস্কেগীৰ বাহিৰে কটাওঁ। ইয়াত মোৰ বৰ উপকাৰ হয়। কিয়নো, প্ৰথমতে কামৰ সালসলনিয়েই জিৰণি স্বৰূপ। নতুন নতুন মানুহৰ লগত মিলি, নতুন কৰ্ম্মক্ষেত্ৰত পৰি নতুন জীৱন লাভ কৰোঁ। দ্বিতীয়তে, একেঠাইতে থাকিলে সেই ঠাইৰ সৰু-সুৰা কামবোৰত দিন কটাব লগাত পৰে। এটা ঠেক সীমাৰ মাজত জীৱন ঘূৰিপকি থাকে। কৰ্ম্ম আৰু চিন্তাশক্তিৰ বিকাশ বন্ধ হৈ যায়। শেষত মনৰ স্ফূৰ্ত্তি আৰু আনন্দ নোহোৱা হয়। কিন্তু আঁতৰত থাকিলে, সেই ঠাইৰ দোষ আৰু অসম্পূৰ্ণতা-বোৰ চকুত নপৰে। তৃতীয়তে, নতুন নতুন অনুষ্ঠান আৰু কৰ্ম্মকেন্দ্ৰৰ কাৰ্য্যপ্ৰণালী দেখি নানা বিষয়েই জ্ঞান বাঢ়ে। বিদ্যাদানৰ বিচিত্ৰ নিয়মবিলাক দেখি নিজৰ যথেষ্ট অভিজ্ঞতা জন্মে। ইয়াৰ বাহিৰেও ডাঙৰ ডাঙৰ পণ্ডিত, অধ্যাপক, বিজ্ঞানবীৰ, শিক্ষাপ্ৰচাৰক আৰু সাহিত্যৰথী সকলৰ লগত আলাপ পৰিচয় আৰু ভাব বিনিময় হয়। এনেবোৰ কামৰ পৰাও বিশেষ লাভ পোৱা যায়।

---

## ষোড়শ অধ্যায়

### য়ুৰোপত তিনিমাহ

১৮৯৯ চনত, অর্থাৎ মোৰ ৩৯।৪০ বছৰ বয়সত মই য়ুৰোত ফুৰিবৰ সুবিধা পাওঁ। এই সুযোগ অতি আচৰিত ৰকমে ঘটিছিল। ইয়াৰ আগেয়ে য়ুৰোপত ফুৰিবৰ কাৰণে মোৰ অকণো ইচ্ছা বা চেষ্টা নাছিল।

এদিন সন্ধ্যা সময়ত বোষ্টন নগৰত কেইগৰাকীমান ইয়াঙ্কী মহিলাই স্কুলৰ নিমিত্তে ধন তুলিবৰ কাৰণে এখন সভা পাতিছিল। বৰ ধুমধামৰে সভাৰ কার্য্য শেষ হৈছিল। ময়ো সেই সভাত উপস্থিত আছিলোঁ। এজনে মোক দেখি ক'লে;—"ৱাচিংটন ডাঙৰীয়া, আপোনাক বৰ দুর্ব্বল দেখা গৈছে: আপুনি খাটি খাটি তেনেই কাহিল হৈ পৰিছে। আপুনি কিছু দিনৰ নিমিত্তে কামৰ পৰা অৱসৰ লোৱা উচিত। অন্ততঃ মনৰ চিন্তা কম কৰিবৰ অৰ্থেও আপুনি কিছুদিন জিৰণি লোৱা ভাল।" তেওঁৰ পিচতে আন এজনে ক'লে;—"এই দেশ এৰি আন ঠাইলৈ গলেও আপোনাৰ চিন্তাৰ কিছু লাঘৱ হব। আঁতৰত থাকিলে আপোনাৰ স্কুলৰ নিমিত্তে চিন্তা কমি আহিব। আৰু আপুনিও দুদিনমান মুকলিমূৰীয়াকৈ ফুৰিব পাৰিব। দিনৰ দিনটো ভাবি থাকিবৰ একো প্রয়োজন নহব।" ইয়াৰ পিচতে এজনা মহিলাই সুধিলে, "আপুনি কেতিয়াবা য়ুৰোপলৈ গৈছিলে নে?" মই আন দুজনৰ কথাত একো উত্তৰ নিদি কেৱল তেওঁলোকৰ সহানুভূতিৰ নিমিত্তে ধন্যবাদ দিলোঁ। কিন্তু মহিলা জনাক উত্তৰ দিলোঁ—"য়ুৰোপলৈ যোৱাৰ কথা মই ইমান দিনে ভৰাই নাই।"

ইয়াৰ কেইদিনমানৰ পিচত এখন চিঠি পালোঁ, "বোষ্টন নগৰৰ

কেইজনমান ইয়াঙ্কী পুৰুষ আৰু মহিলাই আপোনাৰ নিমিত্তে ধন তুলিছে। আপুনি যাতে আপোনাৰ স্বাস্থ্যৰ নিমিত্তে কিছু দিন য়ুৰোপত ফুৰিব পাৰে, এয়েই তেওঁলোকৰ ইচ্ছা। আপুনি নিশ্চয় যাব লাগিব। এই অনুৰোধ নেৰাখিলে নচলিব। আমি আপোনাৰ কামৰ নিমিত্তে, আপোনাৰ স্কুলৰ নিমিত্তে, আপোনাৰ জাতিৰ নিমিত্তে এই অনুৰোধ বা আদেশ কৰিছোঁ। আশাকৰোঁ আপুনি নিগ্ৰোসমাজৰ ভৱিষ্যৎ ভাবি আমাৰ এই আদেশ পালন কৰিব।”

মই তেওঁলোকক জনালোঁ, “আপোনালোকৰ অনুগ্ৰহ-পত্ৰ পাই যাৰপৰ নাই সুখী হলোঁ। কিন্তু মোৰ পক্ষে আমেৰিকা এৰা সম্প্ৰতি অসম্ভৱ। এবছৰমানৰ আগেয়ে কথাৰ চলতে মোৰ এজন ধনী বন্ধুৱে মোক ইয়াৰ কাৰণেই গোটেইখিনি খৰচ দিওঁ বুলিছিল। তেতিয়াই মই তেওঁৰ অনুৰোধ ৰক্ষা নকৰিলোঁ। মই সম্প্ৰতি কামত ইমান ডুব গৈ আছোঁ যে, সেই পুৰণি বন্ধুৰ কথা একেবাৰেই পাহৰিলোঁ। এতিয়া আপোনালোকৰ পৰা চিঠি পাই হে মোৰ সেই কথা মনত পৰিছে। সি যি হওক, মই আপোনালোকৰ সম্মান ৰক্ষা কৰিব নোৱাৰি বৰ দুখিত হ'লোঁ। মই আমেৰিকা এৰিলে টাস্কেগীৰ বিশেষ একো ক্ষতি নহয়। কিন্তু আজিকালি তাৰ খৰচ ইমান বাঢ়িছে যে, মই নহলে ইমানখিনি ধন তোলোতা মানুহ নাই। গতিকে মোৰ য়ুৰোপ-ভ্ৰমণ আৰু টাস্কেগীৰ সৰ্ব্বনাশ একে কথা।”

মোৰ চিঠি পাই এজনে লিখিলে—“আপুনি টাস্কেগীৰ খৰচৰ বাবে ভাবিব নেলাগে। আমিয়েই সকলো দায়িত্ব গাত লৈছোঁ। শ্ৰীযুত হিগিন্‌চন আৰু তেওঁৰ বন্ধুৱে আপোনাৰ অবিহনে টাস্কেগীৰ সকলো খৰচ বহন কৰিবলৈ গাত লৈছে। তেওঁলোকে নিজৰ নাম প্ৰকাশ কৰিব নোখোজে; গতিকে আশা কৰোঁ, আপত্তি কৰিবৰ আপোনাৰ একো কাৰণ নাই।”

গতিকেই মই য়ুৰোপলৈ যাবলৈ বাধ্য হ'লোঁ। মোৰ মনত নানা তৰহৰ ভাব আহিবলৈ ধৰিলে। মোৰ ল'ৰাকালৰ গোলামপটী,

গোলামপটীৰ অনাহাৰ আৰু অনিদ্ৰা, ডেকাকালৰ জীৱন সংগ্ৰাম — সকলো সময়তে দাৰিদ্ৰ্য আৰু নৈৰাশ্যৰ ঘাত-প্ৰতিঘাত—এই সকলোবোৰ চিত্ৰ একে একে মনত উদয় হ'বলৈ ধৰিলে। আধা-বয়সৰ আগে... মই কেতিয়াও মেজত বহি খানা খোৱাৰ কথা কব নোৱাৰোঁ। য়ুৰোপ, লণ্ডন, পেৰি আদি ঠাইবোৰ মই স্বৰ্গৰাজ্য বুলিয়েই ভাবোঁ। সেই স্বৰ্গৰাজ্যলৈ যাবলৈ ওলালোঁ! আজি মই সুন্দৰ সাজ-পাৰ পিন্ধি সুখাদ্য উপভোগ কৰি কৰি য়ুৰোপ ভ্ৰমণলৈ যাত্ৰা কৰিম! এই এটাইবোৰ কথা মোৰ নিমিত্তে সপোন যেন বোধ হ'ল।

মোৰ আৰু চিন্তা হ'ল। মোৰ ভাইসকলে মোক কি ভাবিব? মই যে বাধ্য হৈ বাহিৰলৈ যাবলৈ ওলাইছোঁ, তেওঁলোকেতো সেই কথা নুবুজিব! তেওঁলোকে ভাবিব—আজিকালি মোৰ গতিবিধি বেলেগ হৈছে, মই ডাঙৰ মানুহৰ লগত ফুৰিবলৈ শিকিছোঁ, মই ডাঙৰ মহলত মিলামিছা কৰি মনৰ আনন্দে দেশ-বিদেশত ঘূৰি ফুৰি নামজ্বলা মানুহ হব খুজিছোঁ। তেওঁলোকে মোৰ মনৰ কথা নুবুজিব, মোক তেওঁলোকে ক্ষমা নকৰিব। তেওঁলোকে ক'ব, "কাম কৰিলে দুদিনতে সকলোৱে মূৰ বিষায়। সেয়া নেদেখিলা যে নিগ্ৰো এজন অধঃপাতে গলেই! ভাবিছিলোঁ, মানুহজনৰ পৰা নিগ্ৰোৰ কিবা অলপ উপকাৰ হব, কিন্তু দুদিনৰ ভিতৰতে তেৰোঁ তললৈ গ'ল। তেওঁ যেন স্বৰ্গৰ পৰাহে নামি আহিছে। তেওঁক এতিয়া আমি পূজিব লাগে। ৱাচিংটনেও সেই একেটা বাটকে ধৰিলে। তেৰোঁ এতিয়া নেতা হবলৈ ধৰিলে। মানুহে কথাতে কয়, মান আৰু যশৰ আশা সাধু-সন্ন্যাসীয়েও নেৰে। এবাৰ এই যশলৈ মন গ'লে সেই মানুহৰ দ্বাৰা সংসাৰত একো উপকাৰ নহয়। গতিকে ৱাচিংটনৰ অৱস্থাও তেনেকুৱাই হৈছে।"

পৰনিন্দাৰ কথা এৰি দিলেও, নিজৰ মনক প্ৰবোধ দিওঁতেও বহুত পৰ গ'ল। ধৰিলোঁ বাৰু, টাস্কেগীৰ নিমিত্তে তিনি চাৰি মাহ

মানৰ খৰচ-পত্ৰ পাম ; ধৰিলোঁ বাৰু, মই নহলেও স্কুলৰ একো লোচকান নহয়, কিন্তু ইমান দিন একো নভবাকৈ, একো নকৰাকৈ কেনেকৈ থাকিম ? মই ভগবানক ফাঁকি দিব খুজিছোঁ নে কি ? এনেকৈ বিদায় লৈ আঁতৰি যোৱা স্বাৰ্থপৰতাৰ কাম নহব নে ? কাম এৰি হাত সাবটি বহি থকা যে মোৰ পক্ষে অসম্ভৱ। জীৱনততো আৰু কেতিয়াও জিৰণি লৈ পোৱা নাই।

সি যি হওক, যাবলৈ বাধ্য হলোঁ। ১০ মে' তাৰিখে যাত্ৰা কৰিলোঁ। শ্ৰীযুক্ত গেৰিচন আৰু আন আন ইয়াঙ্কী বন্ধুসকলে ফ্ৰান্স আৰু ইংলণ্ডলৈ তেওঁলোকৰ কেইবাজনো বন্ধুলৈ মোৰ চিনাকি দি চিঠি দিলে। তেওঁলোকে নানা ঠাইলৈ লিখি মোৰ থকাৰ ব্যৱস্থাও কৰি ৰাখিলে। নিউয়ৰ্কত জাহাজত উঠিলোঁ। জাহাজতে এখন চিঠি পালোঁ। লিখা আছে, দুগৰাকী ভদ্ৰমহিলাই স্কুলৰ ছোৱালীবিভাগৰ ঘৰ সাজিবৰ নিমিত্তে খৰচৰ ভাৰ লৈছে। আমাৰ' জাহাজৰ নাম 'ফিচলেণ্ড।' 'ৰেডষ্টাৰ লাইন' কোম্পানীৰ ই এখন বৰ ডাঙৰ আৰু সুন্দৰ জাহাজ। মই আগেয়ে কেতিয়াও জাহাজত উঠি পোৱা নাই। গতিকে কৌতুহল হৈ চাৰিওপিনে ঘূৰি-পকি জাহাজখন চালোঁ। ভাবিছিলোঁ, নিগ্ৰো বুলি জাহাজত মই ঠেকত পৰিব লাগিব ; কিন্তু এতিয়া দেখিলোঁ, জাহাজৰ মানুহে মোক চিনি পায়।

জাহাজ এৰাৰ লগে লগে মোৰ বোধ হ'ল, মোৰ যেন কান্ধৰ পৰা এটা ডাঙৰ বোজা নামিল। মনটো পাতল লাগিল। মই মোৰ কোঠাত সোমাই দিনে ১৫ ঘণ্টামানকৈ শুবলৈ ধৰিলোঁ। তেতিয়া হে বুজিলোঁ, মোৰ শৰীৰত ভাগৰ আৰু দুৰ্ব্বলতা বৰ বেচি আছিল। এই কেইদিন একে ঠাইতে একে বিছনাতে ৰাতিদিন শুইছিলোঁ— অথচ কৰিব লগীয়া একো কাম নাছিল। মোৰ জীৱনত এনে অভিজ্ঞতা আৰু কেতিয়াও পোৱা নাছিলোঁ। তেতিয়া মোৰ সেই ল'ৰাকালৰ কথা মনত পৰিল। তেতিয়া অনাহাৰে মাটিত শুয়ো ভাল টোপনি আহিছিল।

দহদিনৰ মূৰত বেলজিয়ম্ প্ৰদেশৰ এণ্টোৱাৰ্প নগৰ পালোঁগৈ। সেই দিনা বেলজিয়মত কিবা উপলক্ষে ছুটীৰ দিন আছিল। সকলোৱেই আনন্দত মতলীয়া। বেলজিয়মৰ মানুহবিলাকে বছৰেকত কেইবাদিনো এইদৰে আনন্দতে কটায়। নগৰৰ মুকলি পথাৰৰ আগতে মোৰ হোটেল। মোৰ কোঠাৰ পৰা সেই ঠাইৰ দৃশ্যবোৰ অতি সহজেই দেখিবলৈ পাইছিলোঁ। গাৱঁৰ পৰা অনেক মানুহ চহৰলৈ আহিছিল। নানা ঠাইত নানা ৰঙৰ ফুল বিক্ৰী হৈছে, তিৰোতাবিলাকে গাখীৰৰ ভাৰবিলাক আনিছে, ভাৰবিলাক ডাঙৰ আৰু চক্‌চকীয়া। কুকুৰে সেই ভাৰবোৰ টানে। মানুহবিলাক গিৰ্জ্জাঘৰলৈ অহা-যোৱা কৰিছে। এই দৃশ্যই মোৰ চকুত এক নতুন জগতৰ বাতৰি আনি দিলে।

কিছু দিন এই চহৰতে কটালোঁ। তাৰ পিচত কেইজনমান বন্ধুৰ চিঠি পাই হলেণ্ডলৈ যাত্ৰা কৰিলোঁ। লগত কেইজনমান আমেৰিকানো আছিল। আমাৰ জাহাজতেই, তেওঁলোকো আমেৰিকাৰ পৰা আহিছিল। তেওঁলোকৰ মাজত কোনো কোনো চিত্ৰকৰো আছিল—তেওঁলোকে অতি সুন্দৰ চিত্ৰ আঁকিব জানিছিল। হলেণ্ডত ফুৰি বৰ ভাল লাগিছিল। এখন পুৰণি ধৰণৰ নাৱত উঠি খালে খালে গোটেইখন চহৰ ফুৰি ফুৰিছিলোঁ। এই উপায়েৰে তেওঁলোকৰ গাৱঁলীয়া জীৱনৰ অনেকখিনি কথা জানিব পাৰিছিলোঁ। খালেদি গাওঁবোৰ চাই ফুৰি ফুৰি আমি ৰটাৰ্ডাম পালোঁগৈ। তাৰ পিচত হেগ নগৰ চালোঁ। তাত তেতিয়া যাৱতীয় নীতিবিশাৰদ পণ্ডিত সকলে শান্তি সম্মিলন পাতিছিল। এজন নিগ্ৰোও প্ৰতিনিধি হৈ সেই সভালৈ আহিছিল। তেওঁলোকে আমাক পাই বৰ সন্তোষ পালে।

হলেণ্ডৰ কৃষিকামৰ পৰা অনেকখিনি কথা শিকিলোঁ। তাৰ পশুপালনো অতি চমৎকাৰ। হলষ্টাইনৰ গাই আৰু বলধবিলাক পৃথিবীৰ ভিতৰত অতি উত্তম। হলেণ্ডৰ খেতিয়কবিলাকে অতি

কম মাটিতে বেচি শস্য উৎপাদন কৰে। খেতিৰকামত তেওঁলোকৰ দক্ষতা দেখি মই বৰ আচৰিত হৈছিলোঁ। আগেয়ে মই কেতিয়াও নেভাবিছিলোঁ যে, অতি কম মাটিতে ইমান বেচি খেতি কৰিব পাৰি। এতিয়া দেখি বোধ হ'ল, হলেণ্ডত অকণমান মাটিও পৰি নাথাকে। সকলো ঠাইতে সুন্দৰ খেতি চলিছে। চাৰিওপিনে সেউজীয়া পথাৰ; সেই পথাৰবোৰত ৪০০।৫০০ বলী গাই আৰু বলধ আনন্দে ঘাঁহ খাই ফুৰিছে। এনে ধৰণৰ গোপচাৰ আৰু গাই-বলধ চাবলৈ সকলো মানুহেই হলেণ্ডলৈ অহা উচিত।

হলেণ্ডৰ পৰা বেলজিয়ামলৈ ঘূৰি আহিলোঁ। এইবাৰ এণ্টোৱাৰ্প লৈ ন'গলোঁ। ব্ৰুচেল্‌চত কেইদিনমানহে আছিলোঁ। তাত ওয়াটাৰ্লুৰ যুদ্ধক্ষেত্ৰ চাই আহিলোঁ। তাৰ পিচত ফ্ৰান্সলৈ আহি, প্ৰথমতে পেৰি নগৰতে নামিলোঁ। সেইখিনি পোৱা মাত্ৰেই এখন নিমন্ত্ৰণ পালোঁ। পেৰি চহৰৰ ইউনিভাৰ্চিটি ক্লাবে আমাৰ আমেৰিকাবাসী কেইজনমান জনা-শুনা মানুহক নিমন্ত্ৰণ কৰিছে। ফ্ৰান্সৰ যুক্তৰাষ্ট্ৰীয় প্ৰতিনিধি এই সভাৰ সভাপতি আছিল। যুক্তৰাষ্ট্ৰৰ সভাপতি শ্ৰীযুক্ত হেৰিচনকো সেই সভালৈ মতা হৈছিল। তেৰোঁ সেই সভাত উপস্থিত আছিল।

খোৱা-বোৱাৰ পিচত বক্তৃতা আৰম্ভ হ'ল। হেৰিচন ডাঙৰীয়াই মোৰ কথা আৰু টাস্কেগী-স্কুলৰ কথা সেই সভাত প্ৰচাৰ কৰিলে। মোৰ দ্বাৰা নিগ্ৰোসমস্যা কেনেকৈ মীমাংসা হৈছে, তাৰ কথাও তেওঁ সভাত কলে।

আমেৰিকাৰ এজন নিগ্ৰো-চিত্ৰকৰৰ কথা পেৰি নগৰত জনাজাত হৈ পৰিছে। সকলো শ্ৰেণীৰ ফৰাচীয়েই তেওঁৰ কাম প্ৰশংসা কৰে। আন কি লুক্‌চেমবাৰ্গ চিত্ৰশালাত তেওঁৰ চিত্ৰবোৰ ৰখা হৈছে। ইমান ডাঙৰ চিত্ৰশালাতো নিগ্ৰোৰ স্থান হোৱা দেখি ফ্ৰান্সৰ ইয়াঙ্কীবিলাকে বৰ আচৰিত মানিবলৈ ধৰিলে। সেই চিত্ৰকৰৰ নাম হেনৰি টেনাৰ। তেওঁৰ লগত মোৰ কথাৰতৰাও

হ'ল। তেওঁক দেখি মোৰ মনত পৰিল, "ৰূপে কি কৰে বাপু গুণ যদি থাকে।" জগৎ বাস্তৱিকেই গুণৰ দাস। বিদ্যা-বুদ্ধি থাকিলে সংসাৰত সকলোকে বশলৈ আনিব পাৰি। এই কথা মই নিগ্ৰো ভাইসকলক সদায় কৈ আছোঁ। ফ্ৰান্সত টেনাৰৰ প্ৰতিপত্তি দেখি মোৰ সেই কথা ঘনেপতি মনত পৰিবলৈ ধৰিলে। য়ুৰোপ আৰু আমেৰিকাৰ অনেক মানুহেই টেনাৰৰ ছবিবোৰ চাই গৈছে। কিন্তু কোনেও কাকো সোধা নাই, "এইবোৰ কাৰ হাতৰ তৈয়াৰি? তেওঁৰ গাৰ বৰণ ক'লা নে বগা? তেওঁ ইংৰাজ, নে জাৰ্ম্মাণ, নে আমেৰিকাৰ নিগ্ৰো?" যি মানুহেই ভাল কাম কৰিব পাৰে, তেওঁ সংসাৰত প্ৰতিষ্ঠা লাভ কৰিবই কৰিব। তেওঁক বাদ দিলে মানব-জাতি দুখীয়া হব। শক্তিমানৰ জয় অৱশ্যম্ভাবী।

ফৰাচী-জাতিটো বৰ হুজুগপ্ৰিয় বুলি বোধ হ'ল। তেওঁলোক কেৱল বিলাসিতে মগ্ন। তেওঁলোকৰ নৈতিক চৰিত্ৰও আমাতকৈ উচ্চ-অঙ্গৰ বুলি মনে নধৰিলে। অৱশ্যে তেওঁলোক আমাতকৈ এটা পুৰণি জাতি। য়ুৰোপৰ বিশাল মানব-সমাজৰ মাজত থাকোঁতে থাকোঁতে তেওঁলোকৰ বিদ্যাবুদ্ধি কিছু পৰিমাণে মাৰ্জ্জিত হৈছে। জীৱন-সংগ্ৰামৰ চাকনৈয়াত পৰি টিকি থাকিবৰ হ'লে নানা প্ৰকাৰ শক্তি-সামৰ্থ্যৰ আৱশ্যক হয়। আৰু এই সংগ্ৰাম কৰি থাকোঁতে থাকোঁতেই নানাবিধ নতুন শক্তিও অৰ্জ্জিত হয়। আমাৰ স্বজাতিও কালত যে এনে শক্তিসম্পন্ন হব, তাত কোনো সন্দেহ নাই। ফৰাচী-বিলাকে আমাতকৈ কিছুদিন আগৰে পৰা জীৱন আৰম্ভ কৰিছে। আমি বহুত দিনৰ পিচত হে কৰিছোঁ। এইয়ে যি প্ৰভেদ। ফৰাচীবিলাক সত্যবাদী বুলি মোৰ মনে নধৰিলে। তেওঁলোকে কথাৰ মূল্যও বেচি স্বীকাৰ নকৰে। এইবিলাক বিষয়ত তেওঁলোক আমাতকৈ উচ্চশ্ৰেণীৰ মানুহ নহয়। বৰঞ্চ কোনো কোনো বিষয়ত নিগ্ৰোৱেই তেওঁলোকতকৈ উন্নত। কিয়নো তেওঁলোকৰ জীৱৰ প্ৰতি দয়া নাই বুলিলেও চলে। তেওঁলোক গৰু-ছাগলী প্ৰভৃতি

ইতৰ-জন্তুৰ প্ৰতি বৰ নিৰ্দ্দয়। মুঠৰ ওপৰত ফ্ৰান্স এবাৰ আগতে মই মোৰ জাতিৰ ভবিষ্যৎ উজ্জ্বল হে দেখিছিলোঁ।

পেৰিৰ পৰা লণ্ডনলৈ আহিলোঁ। তেতিয়া জুলাই মাহৰ ,প্ৰথম সপ্তাহ। লণ্ডনত তেতিয়া মহা সমাৰোহ। পাৰ্লিয়ামেণ্ট মহাসভাৰ কাম আৰম্ভ হৈছে। মোৰ ইয়াঙ্কী বন্ধুসকলে আগেয়েই লণ্ডনৰ কেইবাজনো মানুহলৈ চিঠি লিখিছিল। মই সেইখিনি পোৱা মাত্ৰকেই অনেকে বক্তৃতা দিবলৈ অনুৰোধ কৰিলে। মই স্বাস্থ্যৰ নিমিত্তে ফুৰিবলৈ আহিছোঁ বুলিহে অনেকৰ হাত সাৰিব পাৰিলোঁ। কিন্তু কেইবা ঠাইতো বক্তৃতা দিবলৈ বাধ্য হৈছিলোঁ। লণ্ডন, বাৰ্মিংহাম, ব্ৰিষ্টল প্ৰভৃতি ঠাইত ডাঙৰ মানুহসকলে মোক আলহী থাকিবলৈ নিমন্ত্ৰণ কৰিছিল।

ইংলণ্ডৰ কেইবা ঠাইতো দাস-নিবাৰণ-সমিতিৰ বন্ধু আৰু সভ্য সকলৰ লগত দেখাশুনা আৰু কথা-বতৰা হৈছিল। তেওঁলোকে আমেৰিকাৰ দাসত্বপ্ৰথা গুচাবৰ নিমিত্তে অনেক চেষ্টা কৰিছিল বুলি জনা গ'ল।

পাৰ্লিয়ামেণ্টৰ কমন্স সভাৰ ঘৰত শ্ৰীযুক্ত ষ্ট্যানলি ডাঙৰীয়াৰ লগত মোৰ অনেক কথা-বতৰা হৈছিল। তেওঁ আফ্ৰিকাৰ বিষয়ে অনেক গল্প কৰিলে। সেই কথাৰ পৰা বুজিলোঁ নিগ্ৰোৱে মাতৃভূমি আফ্ৰিকালৈ উলটি গ'লে একো সুখ নেপাব। গতিকে আমেৰিকাকে তেওঁলোকে জন্মভূমি আৰু মাতৃভূমি বুলি মানি লোৱা কৰ্ত্তব্য। এতিয়া আমেৰিকাই তেওঁলোকৰ স্বদেশ আৰু স্বৰ্গভূমি।

মই দুই চাৰিজন সম্ভ্ৰান্ত ইংৰাজৰ গাৱঁলীয়া-ঘৰতো থাকিবৰ সুযোগ পাইছিলোঁ। তেওঁলোকৰ পাৰিবাৰিক আৰু সামাজিক অৱস্থা দেখি, তেওঁলোকক আমেৰিকাবাসীতকৈ বেচি সুখী বুলি অনুমান হ'ল। তেওঁলোকৰ পাৰিবাৰিক আৰু গৃহস্থালী প্ৰথাবোৰ আদৰ্শ যেন লাগিল। তেওঁলোক সুখেৰে থাকে আৰু কলৰ দৰে কাজকাম সম্পন্ন কৰে।

এই দেশৰ চাকৰেও বেচ ভদ্ৰতা জানে। আমেৰিকাত চাকৰ পোৱাই নাযায়। আৰু পালেও সিহঁতে গিৰিহঁতক মুঠেই মান নকৰে। আমেৰিকাৰ চাকৰে বুজে যে, চাৰিবছৰমানৰ ভিতৰতে সিহঁত মালিক হ'ব। ইংলণ্ডৰ চাকৰ চিৰকাল চাকৰেই থাকে, গতিকে উচ্চ আকাঙ্ক্ষা সিহঁতৰ নাই। কোন্ নিয়ম ভাল, তাৰ উত্তৰ মই দিব নোৱাৰিলোঁ।

ইংলণ্ডত মানুহে আইন আৰু শাসন-প্ৰণালী মানি চলে। অতি সহজেই তেওঁলোকে ডাঙৰ ডাঙৰ কামবোৰো কৰিব পাৰে। ইংৰাজ জাতি ধীৰ জাতি—সকলো কামতে তেওঁলোকে বেচি সময় নিয়ে। কিন্তু আমেৰিকাৰ মানুহবিলাকৰ স্বভাৱ ইয়াৰ ঠিক বিপৰীত। তেওঁলোক সদায় অস্থিৰ, সদায় উদ্বিগ্ন আৰু চঞ্চল, মনে মনে থাকি ধীৰভাৱে কোনো কাম কৰিব নেজানে। ধীৰ ইংৰাজ-বিলাকে চঞ্চল ইয়াঙ্কীতকৈ কোনো গুণেই কম কাম কৰা নাই।

আমেৰিকাবাসীৰ তুলনাত ইংৰাজবিলাক গম্ভীৰ আৰু চিন্তাশীল। তেওঁলোকে কথাই কথাই নেহাঁহে আৰু কোনো প্ৰস্তাৱত হঠাৎ উত্তেজিত নহয়। তেওঁলোকে শান্তভাৱে কথাটো দকৈ বুজিবলৈ চেষ্টা কৰে।

য়ুৰোপত এইদৰেই তিনি মাহ গ'ল। তাৰ পিচত সেণ্ট্ লুই জাহাজত উঠি আমেৰিকালৈ যাত্ৰা কৰিলোঁ। এই প্ৰদেশৰ মেলডেন নগৰতে মই ল'ৰালি কাল কটাইছিলোঁ। দুইখন চিঠিতে মোক চাৰ্লষ্টন নগৰলৈ যাবলৈ অনুৰোধ কৰিছিল। মই চিঠিৰ নিমন্ত্ৰণ অগ্ৰাহ্য কৰিব নোৱাৰিলোঁ। কিয়নো সেই নগৰ মোৰ বাল্যলীলাৰ নিকেতন আছিল।

যথাসময়ত চাৰ্লষ্টনত গাড়ীৰ পৰা নামিলোঁ। সেই ঠাইৰ ভূতপূৰ্ব্ব শাসনকৰ্ত্তা আৰু অসংখ্য মানুহে মোক অভ্যৰ্থনা কৰে। তাৰ পিচৰ দিনা বৰ্ত্তমান শাসনকৰ্ত্তাৰ ঘৰত এক দৰবাৰ বহিল। সেই ঠাইত মোৰ নিমিত্তে যথেষ্ট আদৰ অভ্যৰ্থনাৰ আয়োজন হৈছিল।

---

# সপ্তদশ অধ্যায়

## উপসংহাৰ

অনেকে মোক সোধে, “ডাঙৰীয়া, জীৱনৰ কোন ঘটনা আপোনাৰ পক্ষে বেছি আচৰিত?” এই প্ৰশ্নৰ উত্তৰ দিয়া মোৰ পক্ষে অসম্ভৱ। কিয়নো মোৰ জীৱনৰ সকলো ঘটনাই আচৰিত। তথাপিও সকলোবোৰ কথা দকৈ গমি চালে দেখিবলৈ পাওঁ যে, হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ সভাপতি শ্ৰীযুক্ত চাৰ্লচ উইলিয়াম এলিয়ট চাহাবে মোলৈ যিখন চিঠি লিখিছিল, তাতে মই বেচি আচৰিত হৈছিলোঁ।

মই য়ুৰোপলৈ যোৱা দুইতিনি বছৰমানৰ আগতেই এলিয়ট চাহাবে মোলৈ এখন চিঠি দিছিল। ১৮৯৬ চনৰ মে’ মাহত অৰ্থাৎ মোৰ ৩৬।৩৭ বছৰ বয়সত সেই চিঠিখন পাওঁ। তাৰ কিছুদিনৰ আগতে মই আটলাণ্টা সম্মিলনত বক্তৃতা কৰিবলৈ গৈ গোটেই আমেৰিকাত বিখ্যাত হৈ পৰিছোঁ।

এলিয়ট চাহাবে হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ৰ পক্ষৰ পৰা মোক এটা অনাৰেৰী উপাধি দিব খোজে। সেই উপাধি লবৰ নিমিত্তে জুন মাহত মই সেই উৎসৱত যোগদান দিব লাগে। এয়ে সেই চিঠিৰ মৰ্ম্ম।

হাৰ্ভাৰ্ড আমেৰিকাৰ অতি শ্ৰেষ্ঠ বিশ্ববিদ্যালয়। সেই বিশ্ব-বিদ্যালয়ৰ সভাপতিৰ পৰা এই সন্মান লাভ! যি সন্মান আমেৰিকাৰ শ্ৰেষ্ঠ বিজ্ঞান-বীৰ আৰু সাহিত্যৰথীগণে পাবৰ যোগ্য, সেই সন্মান ল’বলৈ মোক নিমন্ত্ৰণ! সঁচা কথা ক’বলৈ গ’লে এই চিঠিয়ে মোক অতিকৈ বিস্ময় লগাই দিছিল।

হাৰ্ভাৰ্ডৰ এম, এ, উপাধি ল’বৰ নিমিত্তে কেম্ব্ৰিজ নগৰলৈ

গ'লোঁ। অতি সমাৰোহেৰে বিশ্ববিদ্যালয়ে মোক উপাধি-পত্ৰ দান কৰিলে। তাৰ পিচত সভাপতিয়ে যি সকলে মোৰ দৰে উপাধি পাইছিল, তেওঁলোকক এটা ভোজ দিলে। সেই ভোজত আন বিলাকৰ পিচত মই বক্তৃতা কৰিলোঁ। মই ক'লোঁ—

"আজি হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়ে মোক সন্মান কৰি গোটেই নিগ্ৰোজাতিক সন্মান কৰিছে। আপোনালোকে যে মোক এনেকৈ সন্মান কৰিছে, তাৰ বাবে আপোনালোকেই দায়ী। মই এই সন্মানৰ উপযোগী হ'ব পৰা হ'লে যে যাৰপৰ নাই সুখী হলোঁহেঁতেন, সেই বিষয়ে অকণো সন্দেহ নাই।

"সি যি হওক, এই উপায়েৰে আপোনালোকে আমেৰিকাৰ এটা ডাঙৰ সমস্যাৰ মীমাংসা কৰিব খোজাত মই বৰ আনন্দ পাইছোঁ। কিয়নো যুক্তৰাজ্যৰ শিক্ষিত আৰু ধনী মানুহসকলে অশিক্ষিত আৰু দুখীয়া জনসাধাৰণৰ লগত মিলাপ্ৰীতিৰে থাকিব পাৰিব—বৰ্ত্তমানত সেই কথাই আমেৰিকাবাসীৰ প্ৰধান ভাবিবৰ বিষয়। সৌ যে দূৰত বিকন ষ্ট্ৰীটত প্ৰকাণ্ড অট্টালিকাবোৰ আছে, তাৰ মানুহবিলাকে আলবামা প্ৰদেশৰ কুঁহিয়াৰ-তলীৰ কুলীবিলাকৰ তপত নিশ্বাস অনুভৱ কৰিব পাৰে নে? যুক্তৰাজ্যৰ স্বদেশসেৱক সকলৰ এতিয়া আন কাম নাই। কি উপায়েৰে লাখ লাখ দৰিদ্ৰ, অৱনত আৰু পদদলিত নৰনাৰীৰ কান্দোন শিক্ষিত, ধনবান আৰু উন্নত মানুহৰ কাণত সোমায়, সেই বিষয়ে আলোচনা কৰক।

"সেই সমস্যাৰ মীমাংসা কৰিবৰ কাৰণেই হাৰ্ভাৰ্ড বিশ্ববিদ্যালয় ব্ৰতী হৈছে বুলি অনুমান কৰোঁ। আমেৰিকাৰ সৰ্ব্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয়ে মোৰ দৰে নগণ্য কৃষ্ণাঙ্গ, উচ্চশিক্ষাহীন নিগ্ৰোক সন্মান কৰি এই দেশৰ নিম্ন-জাতিক ওপৰলৈ তুলিবলৈ বাট দেখুৱাই দিছে। এই কামত হাৰ্ভাৰ্ড অৱনত নহ'ল, অথচ আমাৰ দৰে দুখীয়াৰ হৃদয়তো আশাৰ সঞ্চাৰ হ'ল।

"মই এই ক্ষুদ্ৰ জীৱনত মোৰ অৱনত জাতিক নানা উপায়েৰে

উন্নত কৰিবলৈ চেষ্টা কৰিছোঁ। আৰু মোৰ নগণ্য শক্তিৰ দ্বাৰাই কৃষ্ণাঙ্গ-শ্বেতাঙ্গ-সমাজত ভাতৃভাব বৰ্দ্ধন কৰিবলৈও যথাসাধ্য চেষ্টা কৰিছোঁ। ইমান দিন মোৰ পৰা আমেৰিকা মাতৃয়ে যি পাইছে, আজিৰ এই গৌৰৱত ভূষিত হৈয়ো মোৰ পৰা সেই ধৰণৰ কৰ্ম্ম আৰু চিন্তা আপোনালোকে আশা কৰিব পাৰে।

"মই আমেৰিকাৰ জাতীয় আদৰ্শক নিজ জীৱনৰ আদৰ্শৰূপে গ্ৰহণ কৰিছোঁ। আমেৰিকাৰ সকলো জাতিকে সেই জাতীয় আদৰ্শত গঠিত হোৱা চাব খোজোঁ। মই ক'লা আৰু বগাৰ লক্ষ্য পৃথক বুলি বিবেচনা নকৰোঁ। মোৰ মতেৰে দুই লক্ষ্যই এক। এই দুই জাতিকে আমেৰিকাৰ এক আদৰ্শত গঢ়ি তোলা উচিত। দুয়োৰে উন্নতি বা অবনতি এক মাপকাঠিৰে জুখিব লাগিব।

"অহা ৫০ বছৰৰ ভিতৰত মোৰ স্বজাতিয়ে আমেৰিকাৰ সাঁচত ঢাল খাই উন্নতি কৰিব ; সকলো বিষয়তে শ্বেতাঙ্গৰ লগত ঐক্য ৰাখি বিকাশ লাভ কৰিব। সমগ্ৰ যুক্তৰাজ্যৰ কঠোৰ সাধনাৰ ভিতৰেদি নিগ্ৰোসমাজে শিল্প, ব্যৱসায়, সাহিত্য, সেৱা, চৰিত্ৰ আৰু কৰ্ম্মত পৰীক্ষিত হৈ হৈ আমেৰিকা জননীৰ অন্যতম সুদক্ষ অঙ্গত পৰিণতি লাভ কৰিব।"

মই টাস্কেগীৰ স্কুল স্থাপন কৰোঁতে বিশ্বাস কৰিছিলোঁ যে, ভবিষ্যতে মোৰ স্কুলৰ চূড়ান্ত উন্নতি হব। যুক্তৰাজ্যৰ সভাপতিক এই স্কুল দেখুৱাবৰ নিমিত্তে অযোগ্য নহব। মোৰ সেই আকাঙ্ক্ষা পূৰ্ণ হৈছিল। ১৮৯৮ চনত সভাপতি মেক্‌কিন্‌লী আটলাণ্টালৈ আহিছিল। সেই উপলক্ষে তেওঁ আৰু তেওঁৰ কৰ্ম্মচাৰী সকল টাস্কেগীলৈ আহিছিল। ১৬ ডিচেম্বৰৰ দিনা ক্ষুদ্ৰ টাস্কেগীনগৰ মহানন্দত পূৰ্ণ হৈ পৰিল। ক'লা বগা দুই সমাজেই সভাপতি ডাঙৰীয়াৰ অভ্যৰ্থনাত যোগদান দিলে। স্কুলঘৰো যথাবিহিতৰূপে সজোৱা হৈছিল। সভাপতি মহাশয়ে বক্তৃতা দিওঁতে কৈছিল,—

"টাস্কেগীৰ প্ৰতিষ্ঠাতা বুকাৰ ৱাচিংটন নিগ্ৰোজাতিৰ অন্যতম নেতা। তেওঁ স্বদেশ বিদেশ সকলো ঠাইতে যথেষ্ট খ্যাতি লাভ কৰিছে। তেওঁৰ শিক্ষা-প্ৰচাৰ, বাগ্মীতা আৰু মানৱসেৱা সকলো ঠাইতে জনাজাত।"

প্ৰায় ১৯ বছৰ কাল কামৰ পিচত টাস্কেগী-স্কুলত যুক্তৰাজ্যৰ সভাপতিৰ প্ৰথম পদাৰ্পণ হ'ল। কুৰিবছৰৰ আগতে এটা এৰা-ঘৰত আমাৰ প্ৰথম কাম আৰম্ভ হৈছিল। তেতিয়া লৰাৰ সংখ্যা কেৱল ৩০, আৰু শিক্ষক এজন আছিল। এতিয়া আমাৰ ৬৯০০ বিঘা মাটি—তাৰে ৩০০০ বিঘাত ল'ৰাহঁতে খেতি কৰে। আমালোকৰ এতিয়া ৬৬টা ডাঙৰ ডাঙৰ ঘৰ, তাৰ ভিতৰত ৬২টা ল'ৰাহঁতে নিজ হাতে সজা। আজি এই স্কুলত ৩০ প্ৰকাৰ কৃষি আৰু শিল্প-বিষয়ক কাম শিকোৱা হয়। আমাৰ পাচ কৰা গ্ৰেজুৱেট্ আমেৰিকাৰ প্ৰদেশে প্ৰদেশে শিক্ষকতা, ব্যৱসায় আৰু শিল্পকৰ্ম্মত নিযুক্ত আছে। দিনে দিনে এনে পাচ কৰা ল'ৰা বিচাৰি মানুহে মোক ইমান দিগ দিয়ে যে, মই বাধ্য হৈ তেওঁলোকক অনেক সময়ত নিৰাশ কৰিব লগাত পৰোঁ।

ঘৰৰ মূল্য সম্প্ৰতি ২,১০০,০০০ টকা। ইয়াৰ বাহিৰেও নগদ ধন ৩,০০০,০০০ টকা আছে। বাৰ্ষিক খৰচ আজিকালি ৪৫০,০০০ টকা। এতিয়া আমাৰ ছাত্ৰসংখ্যা ১৪০০। আমেৰিকাৰ ২৭ খন প্ৰদেশৰ পৰা ল'ৰা আহে। ইয়াৰ বাহিৰেও আফ্ৰিকা, কিউবা, পোৰ্টোৰিকা, জামেইকা প্ৰভৃতি দূৰ ঠাইৰ পৰাও ল'ৰা আহে। বৰ্ত্তমান আমাৰ শিক্ষক আৰু কৰ্ম্মচাৰীৰ সংখ্যা ১১০। তেওঁলোক সপৰিবাৰে থাকে। স্কুলৰ চাৰিও কাষে এইদৰেই অন্ততঃ ৭০০ জন মানুহ থাকে।

১৮৯০ চনত টাস্কেগীত প্ৰথমতে নিগ্ৰো-মহাসম্মিলনৰ ব্যৱস্থা কৰোঁ। তাৰ পিচৰ পৰা প্ৰতি বছৰে সেই সম্মিলনৰ অধিবেশন বহে। প্ৰায় ৮০০ কি ৯০০ মান নিগ্ৰোৱে প্ৰতি বছৰেই এদিনকৈ

টাস্কেগীত কটায়। এই দিনা নিগ্ৰোজাতিৰ আৰ্থিক, সামাজিক, শিক্ষা-সম্বন্ধীয়, নৈতিক আৰু আন আন সকলো প্ৰকাৰ উন্নতিৰ উপায় আলোচনা হয়। এই সম্মিলনকে নিগ্ৰোজাতিৰ জাতীয় সম্মিলন বুলি কব পাৰি। ইয়াৰ বাহিৰেও যোৱা দহবছৰত গাৱেঁ গাৱেঁ নগৰে নগৰে সৰু বৰ নানা তৰহৰ অসংখ্য প্ৰাদেশিক সম্মিলনও স্থাপিত হৈছে। এই ধৰণৰ সম্মিলনৰ সাহায্যত নিগ্ৰো-জাতিৰ কৰ্ম্মশক্তি আৰু চিন্তাশক্তিয়ে অসীম প্ৰভাৱ লাভ কৰিছে। টাস্কেগীত প্ৰতি বছৰেই নিগ্ৰো-মহা-সম্মিলনীৰ পিচদিনা আৰু এটা সম্মিলনীৰ অধিবেশন হয়। সেই সম্মিলনীৰ নাম 'কৰ্ম্ম-সমিতি'। এই সমিতিত নিগ্ৰোসমাজৰ নানা কেন্দ্ৰৰ পৰা যি সকল শিক্ষা-প্ৰচাৰক কাৰ্য্যত ব্ৰতী আছে, তেওঁলোকে পৰামৰ্শ কৰি পিচ বছৰৰ নিমিত্তে কৰ্ত্তব্য স্থিৰ কৰে। গতিকে এই সমিতিক নিগ্ৰোসমাজৰ শিক্ষা-সম্মিলন বুলি ক'ব পাৰি। মুঠৰ ওপৰত ক'বলৈ গ'লে 'শিক্ষা-সমিতি' 'নিগ্ৰো-মহা-সম্মিলন'ৰ কাৰ্য্যনিৰ্ব্বাহক সমিতি।

১৯০০ চনত মই নিগ্ৰোজাতিৰ 'ব্যৱসায়' সম্মিলনো প্ৰবৰ্ত্তন কৰিছোঁ। এই সম্মিলনৰ প্ৰথম অধিবেশন বোষ্টন নগৰত বহিছিল। যুক্তৰাজ্যৰ ভিন ভিন ঠাইত যি সকল নিগ্ৰো ব্যৱসায় আৰু বাণিজ্যত লিপ্ত আছে তেওঁলোকেই এই সম্মিলনত যোগ দান দি ভাব বিনিময় কৰিবৰ সুযোগ পায়। এই ডাঙৰ অনুষ্ঠানৰ পৰাই সৰু সৰু অসংখ্য প্ৰাদেশিক ব্যৱসায় সম্মিলনৰ সৃষ্টি হৈছে।

এই কিতাপ মই মোৰ জন্মভূমি ভাৰ্জিনিয়া প্ৰদেশৰ ৰিচমণ্ড নগৰত বহি শেষ কৰিলোঁ। আজি ১৯০১ চন। ৩৫ বছৰৰ আগেয়ে এই ৰিচমণ্ড নগৰ গোলামী প্ৰথাৰ প্ৰধান কেন্দ্ৰ আছিল। ২৫ বছৰৰ আগতে, আমালোকে স্বাধীনতা লাভ কৰাৰ কেইবছৰ-মানৰ পিচতে, এই নগৰতে প্ৰথম ৰাতি অনাহাৰে আলি দাঁতিত তক্তাৰ তলত মাটিত শুই কটাইছিলোঁ। আৰু সেই ৰিচমণ্ডত মই যোৱা ৰাতি ক'লা বগা দুয়ো সমাজৰ শ্ৰোতৃমণ্ডলীৰ মাজত মোৰ

আশাৰ বাণী প্ৰচাৰ কৰিলোঁ। যি ঠাইত ২৫ বছৰৰ আগেয়ে মোক এটা আলু দিও পেটৰ ভোক মাৰিবলৈ এজন মানুহ নোলাইছিল, আজি সেই ঠাইৰ হাজাৰ হাজাৰ মতা-তিৰোতা, শিক্ষিত সম্প্ৰদায় আৰু প্ৰদেশ-ৰাষ্ট্ৰৰ সকলো কৰ্ম্মচাৰীয়েই মোক আদৰ-সাদৰ আৰু সম্বৰ্দ্ধনা কৰিবলৈ উত্ৰাৱল! কালৰ কি বিচিত্ৰ গতি !!

—সমাপ্ত—